# দৃষ্টি

বীৰেন বৰকটকী
প্ৰফুল্লকুমাৰ বৰুৱা
ইমৰাণ শ্বাহ
প্ৰফুল্ল বৰুৱা

—হিমাচল প্ৰকাশ—
মেলাচকৰ
শিৱসাগৰ ঃ অসম

প্ৰকাশক—
বীৰেন বৰকটকী
হিমাচল প্ৰকাশ
মেলাচকৰ
শিৱসাগৰ, অসম।

প্ৰথম প্ৰকাশ—
১৯৫৬ চন

মুদ্ৰাকৰ—
শ্ৰীদেৱপ্ৰসাদ মিত্ৰ
এলেম প্ৰেছ
৬৩, বিডন ষ্ট্ৰীট কলিকাতা-৬

বেঁটুপাতৰ শিল্পী—
শ্ৰীপ্ৰমথ শৰ্ম্মা
শিৱসাগৰ, অসম।

পৰিবেশক—
নিউজ পেপাৰ এজেন্সী
বৰ্ডিং ৰোড, শিৱসাগৰ, অসম।

মূল্য—এটকা চাৰি অনা



গঢ়ুৱৈ সমাজৰ হাতত—

ইয়াত আছে—

বীৰেন বৰকটকীৰ—

সমন্বয়

স্মৃতিৰ অন্তৰালত

*

প্ৰফুল্লকুমাৰ বৰুৱাৰ—

সিহঁতে ঠগে

বগা নিচান, ৰঙা তেজ

*

ইমৰাণ শ্বাহৰ—

অপৰিচিতা

অভিসাৰিকা

*

প্ৰফুল্ল বৰুৱাৰ—

পথ আৰু উপপথ

অপূৰণ

---

# আমাৰ কৰলগীয়া

'দৃষ্টি' আঠোটা গল্পৰ এখন গল্পসংগ্ৰহ। স্বাধীনতাৰ পিছত ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত দেশখন হয়তো আগবাঢ়ি গৈছে, কিন্তু সমাজখন কিমানদূৰ আগবাঢ়িছে কব নোৱাৰোঁ। বিপ্লবী ভাবধাৰাই গোটেই সমাজখন উটাই লৈ যাব খুজিছে যদিও প্ৰতিক্ৰিয়াশীল শক্তিৰ প্ৰতীক কিছুমান 'পত্ৰ-পুষ্প-ফলহীন তৰু'ৰ দৰে সমাজত আজিও ৰৈ গৈছে। তাৰ পৰিণাম হিচাবে সমাজখনৰ বুকুত নেদেখাকৈয়ে কিছুমান আসোঁৱাহো থাকি গৈছে। আনহাতে যান্ত্ৰিক সভ্যতাৰ বৰ বৰ ঢৌৱে উটাই অনা কিছুমান অতিৰঞ্জিত আধুনিক ভাবধাৰাই যে আমাৰ সমাজলৈ হৃদয়হীনতা আৰু বিশৃঙ্খলতা আনিছে এইটো কথাও কেতিয়াও নুই কৰিব নোৱাৰি। কুৰি শতিকাৰ এই দুইবিধৰ, এবিধ মজ্জাগত অন্ধবিশ্বাসে সৃষ্টি কৰা আৰু আনবিধ আটক-ধুনীয়া আধুনিকতাই অনা আসোঁৱাহবোৰৰ ওপৰত 'দৃষ্টি'য়ে দৃষ্টি ৰাখিছে। 'দৃষ্টি'য়ে তপত দৃষ্টিৰে সমাজৰ আসোঁৱাহবোৰ পুৰি ছাই কৰি পেলাব পাৰিব নে নোৱাৰে কব নোৱাৰোঁ, দৃষ্টি প্ৰকাশ হোৱাৰ পিছত সামাজিক আকাশত

নতুন ৰবি ওলাব নে নোলায় নাজানো, 'দৃষ্টি'য়ে সংস্কাৰৰ পথত আগবাঢ়ি যাবলৈ সমাজখনক অকণমানো সহায় কৰিবনে নকৰে তাকো কব নোৱাৰোঁ। তথাপিতো আসোৱাঁহবোৰ পুৰি ছাই কৰি পেলালে, সামাজিক আকাশত নতুন ৰবি ওলালে বা সংস্কাৰৰ পথত আগবাঢ়ি যোৱাত সহায় কৰিলে আমাৰ নিশ্চয় ভাল লাগিব। কিন্তু এইবোৰ নহলেও আমাৰ খেদ কৰিবলগীয়া একো নাই। কাৰণ আমি 'দৃষ্টি'ৰ যোগেদি সমাজ-সংস্কাৰক হিচাপে প্ৰতিষ্ঠা কৰিবলৈ বিচৰা নাই বা পথপ্ৰদৰ্শক হবৰ চেষ্টাও চলোৱা নাই। সেইটো দুঃসাহস কেতিয়াও মনলৈ নাহে, কাৰণ সমাজসংস্কাৰক আৰু পথ প্ৰদৰ্শক হবলৈ যিখিনি মেধাৰ আৱশ্যক সেইখিনি আমাৰ কেতিয়াও নাই। 'দৃষ্টি' খন আমাৰ গল্পলিখাৰ প্ৰচেষ্টাৰ ঢিমিক ঢামাক প্ৰকাশ হে মাথোন। সাহিত্য, সমাজৰ প্ৰাণ পোৱা হব লাগে কাৰণেই বোধকৰোঁ দুই এটা সামাজিক ভাৱে 'দৃষ্টি'ৰ পাতে পাতে ৰিঙিয়াই গৈছে।

আমি দৃঢ়ভাবে দুটা কথাত বিশ্বাস কৰোঁ। সেইকেইটা হৈছে যে ব্যক্তিৰ প্ৰতিভাৰ বিকাশৰ কাৰণে অনুষ্ঠান আৰু সুবিধা দুয়োটা লাগে। 'দৃষ্টি'ত দুজন নতুন ছাত্ৰ-লেখকৰ গল্পও প্ৰকাশ পাইছে। সেই দুজন হৈছে প্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু ইমৰাণ শ্বাহ। তেওঁলোক দুয়োজন শিৱসাগৰ কলেজৰ ছাত্ৰ আৰু নৱলেখক সজ্বৰ সভ্য। এইখিনিতে আমি জনাবলৈ পাই সন্তোষ পাইছোঁ যে 'হিমাচল প্ৰকাশে' 'দৃষ্টি'ৰ লাভৰ



এটা অংশ শিৱসাগৰত সক্ৰিয়ভাৱে জীয়াই থকা 'নৱ-লেখক-সজ্ব' লৈ দান দি এই সাহিত্যিক অনুষ্ঠানটি জীয়াই থকাত সৰুকৈ হলেও সহায় কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। লগতে 'হিমাচল-প্ৰকাশে' এইটোও জনাইছে যে 'হিমাচল-প্ৰকাশ'ৰ উদ্দেশ্য সাগৰৰ তলিত মাণিক বিচৰা নহয়, অ'ৰ ত'ৰ লোকৰ শুকোৱা প্ৰতিভাবোৰক বুটলি লোৱাহে।

কিতাপখনৰ বেটুপাতত ছবি আঁকি দিয়াৰ কাৰণে ছাত্ৰ-শিল্পী প্ৰমথ শৰ্ম্মালৈ আমাৰ আন্তৰিক শুভ ইচ্ছা আগবঢ়ালোঁ। কিতাপখনৰ পাণ্ডুলিপি তৈয়াৰ কৰি দিছিল—আমাৰ ছাত্ৰী তৰু আৰু চাৰুৱে। শেষত তেওঁলোককো আমাৰ আন্তৰিক শলাগ জনাইছোঁ।

'দৃষ্টি' খন পঢ়ুৱৈ সমাজৰ হাতত অৰ্পণ কৰিলোঁ। তেখেত-সকলৰ সহানুভূতিয়ে আমাৰ ভবিষ্যত ৰঙীণ কৰিব—এয়ে আমাৰ আশা।

শিৱসাগৰ
১৯৫৬

লেখক সকলৰ হৈ
বীৰেন বৰকটকী।

# দৃষ্টি

—:*:*:—

## সমন্বয়

বাহিৰৰ সীমাহীন নীল আকাশত জোনাকৰ ঢল নামিলেও পৰিমলৰ মন আকাশত তেতিয়া শুক্লা দ্বিতীয়াৰ জোনো নাই। সি যেন আঁউসীৰ আন্ধাৰৰ বুকুত, পথ এৰি অপথেদি সোমাই গ'ল। জীৱনৰ ৰ'দ কাচলিত, যৌৱনৰ জোনাকত, সিটো এদিনো বিশ্ৰাম লবলৈ নাপালে। ভুল কাৰ? এই প্ৰশ্নৰ সমাধান আজি ছ বছৰেও সি কৰিব পৰা নাই।

তাৰ বিশ্লেষণী চিন্তাবোৰ সাগৰৰ বুকুত ঢউ উঠি সাগৰৰ বুকুতে মাৰযোৱাৰ দৰে মনৰ মাজতে মাৰ যায়। ৰত্না! ৰত্নাই তাক বিশ্বাসঘাটকতা কৰিলে কিয়? ৰত্নাতো তাৰ বিবাহিতা পত্নী। সিটো ৰত্নাক জীৱনৰ কোনো এদিন মধুনিশা, মঙ্গল উকলিৰ মাজতেই হোমৰ তিলক পিন্ধাই দিছিল। কল্পনাৰ পদুম বনত তাৰ যে মনে পদুমৰ পাহি বিচাৰি কিমান বিচৰণ কৰিছিল। পিচে, তাৰ কাৰণে—"পদুমৰ পাহি সৰে, বসন্ত লেৰেলি পৰে।" বিবাহিত জীৱনৰ পদুম বনত পৰিমলে মৰহা পাপৰিও বিচাৰি নাপালে। পৰিমলে কি দোষ কৰিছিল যে যাৰ বাবে ৰত্নাই

তাক আজি ছবছৰে অৱহেলা কৰি আহিছে। ৰত্নাৰ এবুকু মৰমৰ মাজত মূৰ স্নুমুৰাই জীৱনৰ দুখ-দৈন্য পাৰ কৰি দিবলৈ সি কত হাবিয়াস কৰিছিল ; কিন্তু ক'তা ? তাৰ কাৰণেতো ৰত্নাৰ বুকুত মৰম নাই। ৰত্নাৰ বুকুৰ মৰমবোৰ চ'তত শিলনিৰ নিজৰা শুকুৰাদি শুকাই গ'ল ! মনৰ সীমাহীন প্ৰশ্নবোধক গতিৰ মাজত পৰিমলে বাগৰ সলাই মাতে—"ৰত্না ! অ' ৰত্না"। মন্দিৰৰ মাজত মিহি মাতবো গহীন প্ৰতিধ্বনি হোৱাৰ দৰে পৰিমলৰ মাতৰ প্ৰতিক্ৰিয়া হ'ল—"ৰাতিখন চিঞৰিছে কেলেই ? শুই নাথাকে কিয় ?" ইমানকে কৈ, ৰত্না সিকাটি হৈ শুই থাকে। "এনেয়ে মাতিছিলোঁ"। পৰিমল নিমাত হৈ ৰয়।

শীতৰ কুঁৱলী ফালি গোমা সূৰুযটো ওলোৱাৰ দৰে পৰিমলৰ মুখখনো দিনটোৰ আৰম্ভণিতে গোমা হৈ পৰে। এটা দিন নহয়, এটা ৰাতি নহয়, ছবছৰ নহলেও আজি চাৰি বছৰৰ প্ৰত্যেকটো দিনেই তাৰ কাৰণে উদাসীনতাৰ ভৰা। নাৰীয়ে স্বাধীনতা বিচাৰে বুলিয়েই কোনো দিন কোনো কথা নোকোৱাকৈ ঘৰৰ পৰা অলৈ তলৈ ৰত্না গুচি যোৱাতো পৰিমলে সমৰ্থন কৰিব নোৱাৰে। পৰিমলে, নাৰী প্ৰগতিৰ যুগ সমৰ্থন কৰিলেও কোনো লগভাগ নোহোৱাকৈ একোটা অকাল সময়ত ৰত্নাই চহৰৰ দোকানে দোকানে বস্তু দৰাই ফুৰাটোও সি সমৰ্থন নকৰে। লগত আৰু কোনোৱা এজনী গলেওতো তাৰ আপত্তি নাই। সমাজ সেৱাৰ কাম থাকিলে বুলিয়েই ঘৰখনলৈ একেবাৰেই পিঠি দিব লাগে বুলি সমাজ সেৱাৰ বুৰঞ্জীত সি বিচাৰি নাপায়।



পৰিমলৰ প্ৰতি কৰিব লগীয়া কৰ্ত্তব্য যেন ৰত্নাৰ একো নাই। পুলকটোবো আজি পাঁচ বছৰ হলহি ; তাৰ কাৰণেও ৰত্নাই একো নাভাবে। সি যেন বোকাৰ পদুম, বোকাতে ফুলিল বোকাতে ডাঙৰ হ'ল। ৰূপ-যৌৱনৰ প্ৰতি ৰত্নাৰ গৰ্ব্বতো বিবাহিত জীৱনত নুগুৱায়। সেইবোৰ কলেজৰ সন্তীয়া দিনৰ কথা। নিজৰ ৰূপ লৈ, নিজৰ যৌৱন লৈ যদি কোনোৱা নাৰীৰ কণ্ঠত গৰ্ব্বৰ বাণী উচ্চাৰিত হয় তেনেহলে সেইয়া লক্ষ্মী নাৰীৰ মাতৃ প্ৰাণৰ বাণী নহয়, সেইয়া চিৰযৌৱন অভিলাষী অমাতৃৰ বাণী। পৰিমলে, মনত উদয় হোৱা নানান কথা এনেদৰে ভাবি যায়। ৰত্নাৰ কাৰণেইতো সি মদ খাবলৈ আৰম্ভ কৰিলে। ইমান সুন্দৰ জীৱন এটা অতিবাহিত কৰি সি মদ খালে কিয় ? মদৰ মাজত পৰিমলে বিচাৰি পাইছিল এখন পাহৰা সংসাৰৰ কথা। নিজৰ অস্তিত্বৰ বিলুপ্তিৰ কথা। দিনৰ দিনটো ফাৰ্মত কটাই দি আবেলি যেতিয়া ঘৰলৈ আহি ৰত্নাৰ পৰিবৰ্ত্তে "মই অমুক ঠাইলৈ বিশেষ কামত আহিলোঁ," বুলি যদি এখন কাগজ পায়, নাইবা কাৰোবাৰ গাড়ীত উঠি কোনোৱা ফালে যোৱা চকুৰ আগত দেখে তেন্তে সি সহ্য কৰে কেনেকৈ ? ঘৰখন, লগুৱা, লিগিৰী আৰু বান্ধনিয়েইতো সজীৱ কৰি তুলিব নোৱাৰে। পৰিমলৰ ঘৰখনেই যদি গৃহস্থীৰ ঘৰ হলহেঁতেন তেনেহলে প্ৰত্যেকটো বাৰঙ্গণা গৃহই গৃহস্থী ঘৰ হৈ পৰিলহেঁতেন।

ৰত্না ধুনীয়া। কিন্তু পৰিমলো দেখাত আপচু শ্ৰেণীত নপৰে। কলেজত পঢ়া দিনত চেহেৰাত কিবা এটা আকৰ্ষণীয়তা আছিল

বুলিয়েই সি আনাৰকলিত চেলিমৰ পাৰ্ট কৰিছিল। সেইবোৰ মৰহা অতীত। সি বিচাৰিলেও ৰত্নাৰ সহানুভূতি সম্পন্ন অন্তৰ এখন সি ঘূৰাই আনিব নোৱাৰে। দুটা অদ্ভুত ঘটনাই বিবাহিত জীৱনৰ কোনোবা এদিন কালসন্ধিয়াত তাক মদৰ বটল হাতত লোৱালে। বিশ্বাস কৰিবলৈ টান পালেও ৰত্নাই চহৰৰ নকৈ ধনী হোৱা ডেকা প্ৰতুলৰ লগত ফটো তুলিলে কিয় ? চহৰত প্ৰতুলৰ সুনাম নাই। ৰূপ, যৌৱন, বিলাস, প্ৰতুলহঁতৰ যেন একচেতীয়া সম্পত্তি। টকাৰ আঁৰত প্ৰতুলহঁতৰ দৰে সমাজৰ মুখা পিন্ধা শ্ৰেণীটোৱে অগণন ৰত্না সৃষ্টি কৰিবলৈ অধিকাৰ পালে ক'ৰ-পৰা ? পৰিমলে, লানি নিছিগা ভাবৰ মাজত চিন্তাকৰে—তাৰ অজ্ঞাতে, কি আৱশ্যকতা আছিল যে তাৰ নামত জাল সম্মতি দাখিল কৰি কোনোবা এক হাস্পতালৰ নিভৃত কোণত ৰত্নাই নিজৰ বন্ধ্যা ৰূপ মাতি আনিলে। সমাজ সেৱা সি ভাল পায়। কিন্তু সমাজ সেৱাৰ নামত মাতৃত্বৰ ন্যায্য অধিকাৰ বিহীনতাৰ অৰ্থ সি বুজি নাপায়। পৰিমলৰ সংসাৰ খনৰ কাৰণে পুলকটোৱেই জানো শেষ ? ৰত্নাৰ বিবেচনাবিহীন মুহূৰ্ত্তৰ কাৰণেই সি আজি বঞ্চিত। পত্নী হৈ স্বামীক ইমান বিশ্বাস-ঘাটকতা কৰিব পাৰে বুলি অবিশ্বাস হলেও তাৰ কাৰণেতো সেইবোৰ বাস্তৱ। কলেজীয়া জীৱনত মনুক সি ঘৃণা কৰিছিল, পৰাশৰক বেয়া পাইছিল। আজি ৰত্নাৰ কাৰ্য্যকলাপে মনু আৰু পৰাশৰৰ প্ৰতি তাৰ শ্ৰদ্ধা জন্মায়। পুৰুষ হিচাবে পৰিমলে জীৱন-টোক গ্ৰহণ কৰিলে অন্তঃসলিলা চকুৰ পানীৰ মাজেদি আৰু নাৰী



হিচাপে ৰত্নাই জীৱনটোক গ্ৰহণ কৰিলে বিলাসিতাৰ মাজেদি। বুকুৰ বেদনা পাতলাবৰ কাৰণে জীৱনত প্ৰথমবাৰৰ কাৰণে সি ওলাই গ'ল—চহৰৰ কোনোৱা এখন দামী মদৰ দোকানলৈ। সি মদক খাব নোৱাৰিলে—মদে তাক হয়তো খালে।

"ৰত্না মই মদ খাইছোঁ, তোমাক ঘূৰাই আনিবলৈ ; তোমাক পাহৰিবলৈ নহয়।" তুমি সমাজৰ সেন্দুৰীয়া আলিয়েদি নগ'লা ; গ'লা পঙ্কিল পথেদি। পুলকৰ ভৱিষ্যতৰ জীৱনত তুমি, মই বাধাৰ প্ৰাচীৰ হ'ব নোৱাৰোঁ। মোৰ পুৰুষ সত্ত্বাক তুমি অপমান কৰিছা।" মদৰ নিচাত, গহীন মাজৰাতি সি অন্তৰত জীপলোৱা কথাবোৰ ৰত্নাক কয়।

"আপুনি মদ খাবলৈ ললে কিয় ?" প্ৰতিবাদৰ সুৰত ৰত্নাই পৰিমলৰ কথাৰ উত্তৰ দিয়ে।

"মই মদ খোৱা নাছিলোঁ ৰত্না। মোক মদ তুমি খুৱালা। তুমি ভাবানেকি মদৰ নিচাত মই তোমাৰ গুৰিত, তোমাৰ সজ্ঞান ৰূপৰ দৰে বলিয়ালি কৰিছোঁ। নিজক বৰ ভাল পাইছিলোঁ কাৰণেই মদ খাই নিজক পাহৰিব খুজিছোঁ। সাধুৰ নাৰ্চিচাছ কিয় মৰিল জানা ? নিজক ভালপোৱাৰ কাৰণে।" এই বুলি অন্তৰ খুলি হাহিমাৰি পৰিমলে একেথিৰে ৰত্নাৰ মুখলৈ চাই থাকিল।

"আপুনি বৰ ভয়াবহ হৈ উঠিছে। ইমান ভয়াবহ বুলি ভবা হলে মই আপোনাৰ লগত কেতিয়াও সংসাৰ নকৰিলোঁ-হেঁতেন।" ৰত্নাৰ মাতত এটি দৃঢ়তাৰ সুৰ।

"মোৰ লগত আজি চাৰিবছৰে তুমি কোনো সং কৰা নাই। মনক স্থধি চোৱা ৰত্না। সহনশীলতাৰো এটা সীমা আছে। তোমাৰ সংস্পৰ্শত অহা মানুহ বিলাকৰ পৰা, তোমাৰ নৈতিক উন্নতি কিবা হৈছে বুলি তুমি অনুভৱ কৰানে? এটা শৃঙ্খলাবিহীন জীৱন লৈ, সমাজ সেৱাৰ নামত তুমি সমাজক কিমান তললৈ নমাইছা তাক বিচাৰ কৰিব কোনে?" পৰিমল অস্থিৰ হৈ উঠে।

"শৃঙ্খলাবিহীন জীৱনলৈ যদি ইমান ভয় কৰে তেনেহলে মোক 'ডাইভৰ্চ' নকৰে কিয়? মোৰ নামত কিবা ৰটনা কৰা মই সহ্য কৰিব নোৱাৰোঁ। আপোনালোকৰ নিচিনা পুৰুষেই আমাক যুগে যুগে শৃঙ্খলিত কৰি নানান অত্যাচাৰ আৰম্ভ কৰি আহিছে।"

"আৰু তোমাৰদৰে নাৰীয়েই মোৰ দৰে জীৱন এটিও তিল্ তিল্‌কৈ হত্যা কৰিছে।" পৰিমলৰ ভিতৰৰ মানুহটো অস্থিৰ হৈ উঠে।

"মোৰ কামত আপুনি বাধা নজন্মাব। মোৰ ইচ্ছামতে মই যলৈ তলৈ যাম।" গাৰুৰ পৰা মূৰটো দাঙি নিজৰ পক্ষ ওকালতি কৰি ৰত্নাই আকৌ গাৰুত মূৰ দিয়ে।

"মা! লেপখন পৰিগ'ল, জাৰ লাগিছে মা!" পুলকে ডাঙৰকৈ মাতি দিয়ে। পুলকৰ মাতে মাক বাপেকৰ তৰ্কৰ উত্তেজনা শাম কটালে।

সেইদিনা পৰিমল ফাৰ্মলৈ যোৱা নাই। কাৰোবাৰ মটৰ



এখনৰ পৰা নামি ৰত্না সোমাই আহিল। হঠাৎ পৰিমলক দেখি ৰত্না উচাপ খাই উঠাদি উঠিল।

"কি ভাবিছে?" ৰত্নাই পৰিমলক সোধে।

"ফাৰ্মৰ কথা। ফাৰ্ম খন বেচি দিম বুলিহে ভাবিছোঁ। মোকনো এইবোৰ কেলেই। পুলকৰ বাহিৰেতো মোৰ ভৱিষ্যত নাই।" এই আধাৰ কথাই ৰত্নাৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। ৰত্নাৰ মুখখন ক'লা পৰে।

"যি কৰে কৰি থ'ক। মই চাকৰিৰ দিহা কৰিছোঁ। আপোনাৰ উপাৰ্জ্জনৰ ওপৰত নিৰ্ভৰ নকৰোঁ। কমিউনিটী প্ৰজেক্টত কাম এটা পাইছোঁ।"

"যি কৰা কৰা। চাকৰি নকৰিলেওতো তোমাৰ সংসাৰ খন চলি থাকিলহেঁতেন। মোৰতো পা-পইচাৰ অভাৱ হোৱা নাই। অভাৱ হৈছে মনৰ সুখৰ।" নিজৰ ওপৰত আত্মবিশ্বাস প্ৰতিষ্ঠা কৰি পৰিমলে কয়।

"পুৰুষৰ উপাৰ্জ্জনত বৰ্ত্তি থকা মানে নিজৰ ব্যক্তিত্বক বিসৰ্জ্জন দিয়া।" ৰত্নাৰ মাতত প্ৰতিবাদ আৰু আত্মপ্ৰতিষ্ঠাৰ মিহলি সুৰ। পৰিমলে ৰত্নাৰ লগত অবাঞ্ছিত তৰ্ক কৰিবলৈ ভাল নেপালে। পুলকক লৈ সি ওলাই গ'ল।

ৰত্নাৰ চাকৰি জীৱনটো পৰিমলে অলপো ভাল নেপালে। তাক নিৰ্জ্জীৱ টকা নালাগিছিল, লাগিছিল সজীৱ অন্তৰৰ মৰম। ডাৱৰৰ মাজত বিজুলী হেৰোৱাদি তাক মনৰ মাজত মৰম হেৰায় যায়। সি ৰত্নাৰ বিষয়ে বহুতো কথা শুনে।

বল্লাৰ কৃত্ৰিম বন্ধ্যাই পৰিমলক বিচলিত কৰে। সংজ্ঞাহীন অৱস্থাত নহয়, সংজ্ঞাসম্পন্ন অৱস্থাতে সি সিদ্ধান্ত কৰি পেলায় যে সি তাৰ ভনীয়েকৰ দুবছৰীয়া ছোৱালী জনী লৈ আহি ডাঙৰ দীঘল কৰিব। বেচেৰী ভনীয়েকে জনী, কেইবাটাও লৰা-ছোৱালী এৰি সিদিনা হঠাতে মৃত্যু হল। হতভগা ৰাজীৱ আৰু তাৰ মাকেনো কৰিব কি? আৰ্থিক অনাটনত এনেয়ে জুৰুলা, তাতে লৰা-ছোৱালীও সৰহ। পৰিমলৰ প্ৰস্তাৱত ৰাজীৱ মান্তি হয়। পৰিমলৰ লগুৱা-লিগিৰীৰ অভাৱ নাই। তাৰ ঘৰত থকা বাইজনী সকলো লৰা-ছোৱালীৰে মাতৃস্বৰূপা। বল্লাক কথাটো কাণ চুৱাই পৰিমলে সৰু ছোৱালীজনী লৈ আহিল। সি ভাবে বল্লাই মাতৃত্বৰ বুকুৰ উম নিদিলেও সি পিতৃত্বৰ বুকুৰ উমেৰে তাইক ডাঙৰ-দীঘল কৰিব।

বল্লাই, কেচুৱাটো দেখি এদিন মন্তব্য প্ৰকাশ কৰিলে—"বায়ে যদি তুলি তালি ডাঙৰ-দীঘল কৰিব পাৰে, মোৰ আপত্তি নাই। মই সেইবোৰ লেঠা লব নোৱাৰোঁ। মোৰ সময় নাই।"

"তোমাৰনো সময় হব ক'ব পৰা?" ফুটাই নকলেও পৰিমলে মনে মনে ভাবে। মাতৃহাৰা জিন্‌টিয়ে পৰিমলৰ পিতৃত্ব, সন্তানহীনা বাইৰ বুকুৰ উৰ্ব্বৰতা আৰু বল্লাৰ কৃত্ৰিম সহানুভূতিত দিন পাৰ কৰে। বল্লাক 'মা', বাইক আইতা বুলিবলৈ জিন্‌টিক পৰিমলে শিকায়। বল্লাই দিয়ক নিদিয়ক



জিন্‌টিয়ে বল্লাৰ গুৰিত মাকৰ মৰম বিচাৰে। শিশুমনৰ কাৰণে বল্লাৰ মুখখন যেন জিন্‌টিৰ মাকৰ মুখ। ইমান বছৰে ভনটি বিচাৰি ফুৰা পুলকটোৰ অন্তৰত পুলক জাগে। দিনৰ দিনটো সি ভন্‌টিক নেৰে। সৰুৰে পৰা দোকানৰ নিৰ্জ্জীৱ মইনা লৈ থাকি আজি সি জীয়া মইনা পালে। তাৰ আনন্দৰ সীমা নাই।

গতানুগতিক জীৱনবোৰ চলি যায়। বল্লাৰ পৰিবৰ্ত্তন নাই। জিনটিৰ কাৰণে হলেও পৰিমলে মদ কমালে। সেই দিনা হয়তো আবেলিৰ কোনোৱা এটা শুভ মুহূৰ্ত্তই পৰিমলৰ চাহাৰা জীৱনত ওৱেছিছৰ সৃষ্টি কৰিলে। মদেৰে ক'লাপৰা ৰঙীন কলিজাখন দেৰিকৈ হলেও আকৌ ৰঙা হৈ উঠিল।

কোনোবাফালে বল্লা যাবলৈ ওলাইছে। ঘৰ খনত আজি চাৰি বছৰে মন নবহাৰ কাৰণেই হয়তো হাতত ভেনেটি বেগটো লৈ বল্লা এনেয়ে কৰবালৈ ওলাল। বল্লাই দুৱাৰদলি পাৰ হব খুজিছে এনেতে কৰবাৰ পৰা দৌৰি আহি বল্লাৰ চাদৰত ধৰি জিনটিয়ে থুন্থুক-থানাক মাতেৰে ক'লে—"তুমি নাযাবা মা। শোক তুমি মূৰ্ আচুৰি দিম বুলিছিলা নহয়! আজি দিবই লাগিব।" বল্লা ৰৈ গ'ল। বেৰত থকা মেডোনাৰ মাতৃৰূপৰ ছবিখনলৈ বল্লাৰ চকু পৰিল। মেডোনাৰ মাতৃমূৰ্ত্তি ইমান সজীৱ। মেডোনাই যেন বল্লাৰ মাতৃত্বক আহ্বান কৰিলে। জিনটিক বুকুত সাৱটি ধৰি—বল্লাই চুমাৰে জিনটিৰ গাল ওপোচাই দিলে। বল্লা এখোজো আগবাঢ়িব

নোৱাৰিলে। পৰিমলে বহাৰপৰা বত্নাৰ মাতৃমূৰ্ত্তিটো চাই থাকিল। কেচুৱাৰ সৈতে ৰত্নাজনী ইমান ধুনীয়া দেখি।

"মোক ক্ষমা কৰক। জীৱনত বহুত ভুল কৰিলোঁ। ভুলৰ যে শুধৰণি নাই।" পৰিমলৰ ভৰিত পৰি ৰত্নাই উচুপে। "উঠা ৰত্না! ক্ষমা মই কেতিয়াবাই কৰিলোঁ, ভুলৰ শুধৰণি নাই; কিন্তু প্ৰায়শ্চিত্তৰ মূল্য আছে। প্ৰায়শ্চিত্তৰ মূল্য কি জানা? মূল্য জিনটি।" ডাৱৰৰ বুকুফালি মাৰ যাব খোজা সূৰুযৰ ৰঙা বং একাজলি খিৰিকীয়েদি সোমাই আহি বত্না আৰু পৰিমলৰ মুখ দুখন ৰঙা কৰি তুলিলে।

---

# সিহঁতে ঠগে

এদিন দুপৰীয়া ভাত পানী খাই উঠাৰ পিছত মায়ে ৰুইনাক আমাৰ ঘৰৰ পৰা পঠাই দিলে।

ৰুইনা ধুনীয়া। বগা নহয়, তাই ক'লা। কিন্তু তাইৰ নাক, চকু চেলাউৰী আৰু মুখৰ হাঁহিয়ে বহুতো শিল্পীক বলীয়া কৰিব পাৰে। তাইক দেখিলে মোৰো আঁকি পেলাবৰ মন যায়। তাইক মই নাম কাঢ়ি মাতো।—তাইও মোক নাম কাঢ়ি মাতে। তাইক মই কেতিয়াবা জোকাওঁ—তাই মোক গালি পাৰি দিয়ে। গালি পাৰে তাইৰ মোৰ প্ৰতি বা মোৰ তাইৰ প্ৰতি থকা মৰম কণৰ দাবীতহে।

তাইৰ ওপৰত মোৰ অধিকাৰ নাই। এদিন মোৰ লগৰে মহেন্দ্ৰৰ দেউতাক আমাৰ ঘৰলৈ ফুৰিবলৈ আহি ৰুইনাক দেখি কৈছিল—"এইক, দেখিলে ভাল মানুহৰ ঘৰৰ ছোৱালী যেন লাগে। চাকৰণী ছোৱালী যেন নালাগে।"—মই বৰ বেয়া পালোঁ। 'চাকৰণী' শব্দটোয়ে মোৰ অন্তৰত বেজাৰ সানি দি গ'ল। মই তেখেতৰ কথাষাৰ শলাগি কলোঁ—'অঁ' এইক দেখিলে বনকৰা ছোৱালী যেন নালাগে।"—মানুহজনে শুধৰণিটো শুনিলেনে নাই কব নোৱাৰোঁ। তেখেতে শুধৰণিটো শুদ্ধ বুলি নলবও পাৰে।

ৰুইনাৰ লগত মোৰ প্ৰেম হোৱা নাছিল।

ৰুইনাক মায়ে কিয় পঠাই দিলে বাৰু ?—ছুদিন পিছত গম পালোঁ তাই বোলে ডাঙৰ হ'ল।—মায়ে ফ্ৰয়ডৰ সূত্ৰবোৰ জানেনেকি ? কতাচোন মায়ে পঢ়িবও নাজানে লেখিবও নাজানে। তাহানিখন আমি সৰু থাকোঁতে দেখিছিলোঁ কঁপা কঁপা আখৰেৰে মায়ে দেউতালৈ চিঠি লিখা। আমি ডাঙৰ হোৱাৰ পৰা তাকো নিলিখা হ'ল। ছুপৰীয়া কাম-বন কৰি অটাই আহি বিছনাত পৰি জোঁটাই গীতাখন পঢ়ি ভাগৰি পৰি টোপনি গৈ থকা মাৰ মুখখনলৈ মই কেতিয়াবা চাওঁ। মোৰ বেজাৰ লাগে—মা একেবাৰে বুঢ়ী হৈ গ'ল।

ৰুইনা আমাৰ ঘৰৰ পৰা যোৱাৰ পৰা একো খবৰ নাপাওঁ। অৰণ্যে মাজতে বহুতো কথাৰ সালসলনি হৈ গ'ল। মই বি. এ. পাচ কৰিলোঁ—ছুদিনমান ঘৰত থাকি গুৱাহাটীলৈ গলোঁগৈ, তাত দাদাৰ তাতে থাকি পঢ়াৰ ঠিক কৰি এম-এ ত নাম লগালোঁগৈ। ৰুইনা ঘৰলৈ গ'লগৈ, তাইৰ দেউতাক ঢুকাল, মাক বেমাৰী হ'ল, তাইৰ ভায়েকটো ডাঙৰ হ'ল। কেতিয়াবা বন্ধত আহিলে ৰুইনাৰ তালৈ যাম বুলি ভাবোঁ। কিন্তু শেষত যোৱা নহয়গৈ। বন্ধতনো কি কৰোঁ নিজেই কব নোৱাৰোঁ। কাম একো নহয় অথচ সময়ও নাথাকে।

* * * * *

সেইবাৰ একেবাৰে চেছন শেষ কৰি ঘৰলৈ গুচি আহিছিলোঁ। ফাইনেল পৰীক্ষালৈ তিনি মাহ মান থাকোঁতেই ভাগিনী জনীৰ



বিয়ালৈ মাহঁত গ'লগৈ। ঘৰৰ কোনো নাই, অকলে আছোঁ। ছুপৰীয়া এদিন ভাত-পানী ৰান্ধি খাই বই আহি আগপিনে চিগাৰেটটো খুব আৰামেৰে খাইছোঁ—তেনেতে দেখিলোঁ ৰুইনা আৰু তাইৰ ভায়েকটো আহিছে। তাইক দেখি মোৰ খুব ভাল লাগি গ'ল। মই মাতি দিলোঁ—"ৰুইনা"।

তাইও মাতিলে—"সোণ"। তাইৰ হাতত এটা টোপোলা। টোপোলাত একআধি কল আৰু কেইটামান বিস্কুট।

ৰুইনাক অলপ বেলেগ বেলেগ যেন লাগিল। তাই আগতকৈ আৰু ধুনীয়া হৈ পৰিছিল। বুকুখন আগতকৈ বেছি পুৰঠ হৈ পৰিছিল, হাতৰ ঠাৰিবোৰ ঘূৰণীয়া ঘূৰণীয়া হৈ পৰিছিল। মই তাইক কলোঁ—"ৰুইনা তই আগতকৈ বগা হলি।"

"যোৱা—তেনেকুৱাবোৰ কথা কবলৈ নেৰিলা আৰু।" তাই লাজতে উচাট্ মাৰি যাওঁতে বুকুৰ আঁচলখন পৰি গৈছিল।—মোৰ চকুছুটা তাৰ ওপৰত পৰিল। কিয়জানো.মই তাইক সুধি পেলালোঁ—"তোৰ বিয়া হৈ গ'ল নহয় ?"

তাই উত্তৰত একো কব নোৱাৰিলে। সমৰ্থন জনাই কেৱল মূৰটো জোকাৰিলে।

বাকীখিনি কথা তাইৰ ভায়েকটোৱে কৈ দিলে—

"কাপোৰ বেচা ফেৰীওৱালা এটাই এইক ৰাখিছে।" ভায়েকটোৱে কথাষাৰ কোৱা শেষ হোৱাৰ লগে লগে তাই মূৰটো তুলি মোৰ মুখলৈ চালে। মোৰ মুখখন অলপ সলনি হৈ গৈছিল। এটা ফেৰীওৱালাই ৰুইনাক ৰখা কথাষাৰ সঁচাই

ভাল নাপালোঁ। তাই যেন তাতকৈ আৰু বহুত ভালমানুহ পাব লাগিছিল। ৰুইনাই মোৰ মুখখন দেখি বুজি পালে মই যেন কথাবাৰ সহজভাবে লব পৰা নাই। তাই কৈ গ'ল— “বাবা কেতিয়াবাই মৰিল। মাৰ তেতিয়া খুব অসুখ। এই ভাইটোৰেই একো কৰিব পৰা হোৱা নাছিল। সি সেই পিনে কাপোৰ বেচিবলৈ যাওঁতে আমাৰ তাত প্ৰায়ে সোমাইছিল। সি দৰব জাতি আনি দি আমাক বহুত সহায় কৰিছিল। কিয় আৰু কাৰ কাৰণে কব নোৱাৰোঁ, মই শেষত মান্তি হলোঁ।”

মই সকলো বুজিলোঁ। বাপেক নাই, মাকৰ বেমাৰ, সৰু ভায়েকটোৱে একো কৰিব নোৱাঁৰে। মোৰ আব্দুল মালিকৰ কুৰকুৰি বাজি দেখুওৱা মানুহজনীৰ ছবিটো চকুত ভাহি উঠিল। ৰুইনাই এটা অচিনাকি ফেৰীৱলাক বিয়া কৰাই পেলালে মানুহটোৰ প্ৰতি মৰমত নহয়, সমস্যাৰ বোজা সহিব নোৱাৰিহে। মই অলপ সময় মনে মনে থাকি কলোঁ—

“ৰুইনা তহঁত যাগৈ।” তাই থকাত তাইৰ লগত কথাপাতি থাকি ভালেই লাগিছিল। যাবলৈ দিবৰ মোৰ মন অকণো নাছিল, তথাপি যাবলৈ কলোঁ। ঘৰত কোনো নাই। মই অকলে আৰু এজনী যৌৱন সম্পনা তিৰোতা—ভায়েকটো সৰু। হয়তো মানুহে কিবা কথা উলিয়াব—সেই কথাই নতুনকৈ পতা ৰুইনাৰ নিকা জীৱনটো ময়লা কৰি পেলাব।

মানুহলৈ যে মোৰ বৰ ভয় লাগে।

বহুত দিন ৰুইনাৰ কি হৈছে একো নাজানোঁ। মাহঁত



বিয়াৰ পৰা ঘূৰি আহিল। মই ৰুইনা অহাৰ কথা কলোঁ। তাইৰ বিয়া হৈ যোৱাৰ কথাও কলোঁ। মায়ে যেন মোৰ ভনীজনীৰ বিয়া হলে যিমান ভাল পাব সিমানেই ভাল পালে। মাক বাপেকেতো লৰাছোৱালীৰ সদায় বিয়া হৈ যোৱাটোৱেই বিচাৰে। কাৰ লগত হ'ল, কেনেকৈ হ'ল সেইবোৰ বৰকৈ জানিবলৈ নিবিচাৰে।

কাৰবাৰ কাৰণে হাঁহি আৰু কাৰবাৰ কাৰণে চকুলো এৰি থৈ দিনবোৰ পাৰ হৈ গৈ আছে। মই এম, এ, পৰীক্ষা দিলোঁ, পাছো কৰিলোঁ, এটা কলেজত কামতো সোমালোঁহি। ৰুইনাৰ মাকৰ বেমাৰ টান হৈ বিছনাৰ পৰা উঠিবই নোৱাঁৰা হ'ল। তাইৰ নিজৰ ছোৱালী এজনী হ'ল। ভায়েকটো এজন কন-ট্ৰেকটাৰৰ লৰীৰ যোগালি সোমালগৈ।

সেইবাৰ মই গৰমৰ বন্ধত ঘৰলৈ গৈছিলোঁ। এদিন আবেলি চুৰটটো হুপি হুপি ৰুইনাৰ ঘৰৰ পিনে ওলাই গলোঁ। তেতিয়া সাজৰ সময়। বাটত যাওঁতে ভাবি গৈছোঁ যে নিশ্চয় লুঙি পিন্ধা অলপ ডাঢ়ি আৰু অলপ ডাঙৰ পেট এটাৰে সৈতে মানুহ এটা আগপিনে বহি থাকিব। সি যদি হঠাৎ সোধে—আপুনি ক'ৰ পৰা আহিছে—আপোনাক চিনি পোৱা নাই—তেতিয়া কি কম? সি কিবা সন্দেহ কৰি পেলায় যদি। ভাবিলোঁ ঘৰ পালেই সকলো ঠিক হৈ যাব।

দূৰৰ পৰা ৰুইনাৰ ঘৰটো দেখিলোঁ। সেই তাহানিখনেই এবাৰ গৈ দেখাতকৈ ঘৰটো অলপ ভাল যেন দেখিলোঁ। বোধ-

কৰোঁ তাইৰ অৱস্থা আগত কৈ অলপ ভাল হৈছে। ঘৰটোত সোমায়েই মই ৰুইনা বুলি মাতি দিলোঁ। ঘৰটোৰ আগপিনৰ কোঠাটোত এজন মানুহ বহি আছিল। মই ভবা চেহেৰাৰ দৰেই লুঙি পিন্ধা—কিন্তু শকত আৱত নহয়—ক্ষীণ। মানুহটোক কৰবাত দেখা দেখা যেন লাগিল। মানুহটোৱে মই ভবাৰ দৰেই ঠিক প্ৰশ্ন কৰিলে—মই কলোঁ—"আপুনি চিনি নাপায়। ৰুইনা আছেনে নাই? তাই চিনি পাব।" মানুহটোক মই আপুনি বুলিয়েই কলোঁ। সি ৰুইনাক ক'লেগৈ। ৰুইনা ওলাই আহি মোক দেখি যে কেনেকুৱা কৰিলে—মোৰ নিজৰেই বেয়া লাগি গ'ল। ইহঁতৰ ওচৰত আমাৰ মূল্য ইমান বেছিনে?

ৰুইনা ভিতৰলৈ পাণ আনিবলৈ গ'ল। মানুহটো মোৰ ওচৰতে বৈ থাকিল। মই গতানুগতিক প্ৰশ্ন এটাই কৰি পেলালোঁ—

"আপোনাৰ কাপোৰৰ কাৰবাৰ কেনেকুৱা চলিছে?" মানুহটো অলপ হেৰাই গ'ল। অলপ ইতঃস্ততঃ কৰি ক'লে—"মোৰ কাপোৰৰ কাৰবাৰ নাই। মই বজাৰত আম বেচোঁ।" —হঠাৎ মোৰ মনত পৰি গ'ল কৰবাত যেন দেখা দেখা লাগিছে। ঠিক বজাৰতে দেখিছোঁ। মইতো ক্লাছ ফ'ৰৰ পৰাই বজাৰ কৰিছোঁ ঘৰৰ কাৰণে। তেনেতে ৰুইনা আহিল—

"সেইবোৰ বহুত কথা সোণ।" ৰুইনাই কথা আৰম্ভ কৰাৰ লগে লগে মানুহটো ভিতৰলৈ সোমাই গল। "কাপোৰৰ কাৰবাৰ কৰাতো গুছি গ'ল নহয়। সি বৰ বদ্মাচ আছিল।



পিছতহে গম পাইছোঁ দেশত বোলে তাৰ লৰা মাইকী চব্ আছে।"

ৰুইনাই আজি কালি কথাবোৰ নিঃসঙ্কোচেই কব পাৰে। তাইৰ কথাবোৰ শুনি মোৰ আৰু বেয়া লাগিল। অলপ বৈ ৰুইনাই মাতিলে—

"পুতলী, নাহ কেলেই ওলাই। এইয়া তোৰ দাদাৰহে।"

—মই ঘপকৈ সুধিলোঁ—"পুতলী কোন?"

"আগৰটোৰ ফালৰ মোৰ ছোৱালী"।—আহোঁ নাহোঁকৈ পুতলী ওলাই আহিল। তাই লাজৰ ভৰত দোঁ খাই গৈছিল। পুতলীক দেখি খুব ভাল লাগি গ'ল। তাইও ক'লা। হবই, ৰুইনাৰ জীয়েক যেতিয়া তাই ক'লা হবই। কিন্তু মুখৰ গঢ় আৰু শৰীৰৰ গঠন ৰুইনাতকৈ তাইৰ বহুত ভাল। তাইৰ চকুকেইটা গভীৰ—পানীত নমাৰ দৰে যেন নামি দিব পাৰি। মুখখন ঘূৰণীয়া, গালবোৰ ফুলা ফুলা। তাইক মই বহুতো কথাই সুধিলোঁ। তাই লাজ লাজ কৰি কথাবোৰৰ উত্তৰ দি গ'ল—।

ৰুইনাই ঈদ খাবলৈ দিলে। খাই থাকোঁতেই সিহঁতৰ লগত বহুত কথা পাতিলোঁ। "এইক স্কুলতে পঢ়ুৱাইছোঁ সোণ, বেয়া হৈছেনে? "আমাৰতো একো নহলেই, লৰা-ছোৱালীকে পাৰোঁ যদি ভাল কৰোঁছোন"।

ৰুইনাই ছোৱালীজনী কিমান পঢ়ুৱাই, কিমান আশা কৰিছে একো কব নোৱাৰোঁ, তথাপি তাই আশা কৰা কাৰণেই খুব ভাল হৈছে বুলি তাইক কলোঁ। খাই বই উঠি মাকক বিছনাতে মাত

লগাই আহি যাবলৈ ওলালোঁ। মাকে যে অসম্ভৱ ভাল পালে। ৰুইনা আমাৰ ঘৰত থকাৰ পৰাই আমাৰ প্ৰতি তাইৰ মাকৰ বৰ মৰম। সকলোকে মাত লগাই পুতলীকো যাওঁ বুলি মাত লগালোঁ। তাই মূৰটো বেকা কৰি দি হাঁহিলে। পাতল ওঁঠ দুটাৰ ওপৰত তাইৰ হাঁহিটো বাগৰি গ'ল। মোৰ চাই বৰ ভাল লাগিল।

মই ঘৰলৈ আহিলোঁ। মা আগপিনৰ চকী খনতে বহি আছিল। মই মাৰ ওচৰতে বহি ৰুইনাৰ ঘৰৰ কথাবোৰ কলোঁ। ঈদ্ খোৱাৰ কথাও কলোঁ। মা মনে মনে থাকিল, একো নকলে। মায়ে কি ভাবিলে মই একো কব নোৱাৰিলোঁ। দিনবোৰ সকলোৰে কাৰণে ইমান সহজ ভাৱে পাৰ হৈ যোৱা হলে পৃথিৱীৰ পৰা দুখ বোলা বস্তুটো একেবাৰেই আঁতৰি গ'লহেঁতেন।

সেইবাৰ পূজাৰ বন্ধত ঘৰত আছোঁহি। পূজাৰ সময়ত বৰ ভাল লাগে। ৰাতিপুৱা অলপ কুঁৱলী পৰে, শেৱালীফুলৰ গোন্ধাবোৰ নাকত লাগেহি। মনটো কোমল কোমল লাগে। গধূলা অলপ জাৰ লাগে।—জোনটো চাওঁ, কুৱঁলীয়ে জোনটো তিয়াই ৰাখে। মনটো সেমেকি যায়। বহুত দূৰত থকা কাৰ-বাক লগ পাবৰ কাৰণে ভাবৰ মজিয়াত মনটো পিছল খাই পৰে।

ভাৰতীয় নৃত্যৰ আলোচনাৰে সৈতে ''নৃত্যৰ অবিৰাম ছন্দ'' বুলি কিতাপ এখন লিখাৰ সজুলিবোৰ গোটাই দুপাত মাত্ৰ লিখি অলপ আমনি লাগি চিগাৰেট এটা জ্বলাই লৈছিলোঁ। মা খাই



বই উঠি শুইছিল। দেখিলোঁ পুতলী আহিছে। তাইক আজি ক্ষীণ ক্ষীণ লাগিছে।—তাইৰ কাপোৰবোৰো মলিয়ন।

"পুতলী স্কুল ছুটি হ'ল নেকি ?"

"নাই টিফিন আৱাৰত আহিছোঁ।'' তাই ক'লে। তাই তলমূৰ কৰি মোৰ ওচৰতে থিয় দি থাকিল। মই ভাবিলোঁ তাইক চাহ এটোপা খুৱাব পৰা হলে ভাল আছিল। মাক আমনি কৰিবলৈ বেয়া লাগিল। তাইক কথাটো কলোঁ। তাইও নালাগে বুলি ক'লে।

"তই কাপোৰ কানি বোৰ নোধোৱ কেলৈ ?" মই সুধিলোঁ।

"আৰু কাপোৰ নাই দেওবাৰ হলেহে ধুব পাৰিম।"

"কেলৈ আৰু কাপোৰ কি হ'ল ?"

"চোৰে নিলে।"

মোৰ বৰ বেয়া লাগিল। সেইদিনা আবেলি ভীক লগত লৈ পূজাৰ কানি-কাপোৰ অলপ কিনি দিম বুলি ভাবিছিলোঁ। ভী মোৰ ভনী। হঠাৎ মোৰ মনটোত ভাববোৰে হেচা-ঠেলা কৰিবলৈ ধৰিলে। পূজাৰ সময়, কেঞা পটিত কাপোৰ কিনা জনতাৰ জোৱাৰ উঠিছে। পুতলীৰ কিন্তু এসাজ সলাই সি সাজ সলাবলৈ নাই। ভাবিলোঁ পুতলী এজনী নহয়। তাই এটা শ্ৰেণী।—পুতলী গ'লগৈ, মায়ে ক'ব নোৱাৰাকৈ তাই যাবৰ সময়ত কৈ গ'ল—"মায়ে আপোনাক মাতিছে দাদা"—।

পুতলী অহাৰ বহুতদিন পিছলৈকে ৰুইনাৰ একো খবৰ

নাপাওঁ, মইও সিহঁতৰ ঘৰলৈ ইটো-সিটো কৰি থাকোঁতেই যাবলৈ সময় পোৱা নাই।

এদিন মাজতে মায়ে ৰুইনাক বিয়া এখনত লগ পাইছিল। মাৰ মুখৰ পৰা ৰুইনাহঁতৰ বিষয়ে বহুতো কথা শুনিলোঁ। তাই বোধকৰোঁ ৰভাতলতে মাক কথাবোৰ কৈছিল।—ৰুইনাৰ গিৰীয়েকটোৰ, আজি কিছুদিন ধৰি জ্বৰ। তাইৰ মাক মৰিল। ভায়েকটোৰ এদিন শিল বোজাই কৰি নিয়া লড়ীখনৰ পিছপিনৰ পৰা পৰি ভৰিটো ভাঙিল। পুতলীয়ে স্কুলৰ ফিজ্‌ দিব পৰা নাই। বাইদেৱে ফিজ্‌ নিদিলে নাম কাটি দিম বুলি কৈছে।

ৰুইনাহঁতৰ ঘৰলৈ এদিন গলোঁ। সেই ঈদ্ খাবৰ দিনৰ নিচিনা ৰঙীয়াল আৱৰণটো সেইদিনা সিহঁতৰ ঘৰত নাই। গিৰীয়েকটো বিছনাত পৰি আছে। ভায়েকটোৰে বিছনাত পৰি কেকাই আছে। বোধকৰোঁ তাৰ ভৰিটো বিখাইছে। পুতলী আৰু ৰুইনাৰ মুখ দুখন অলপ সৰু সৰু হৈ গৈছে। চকু দুটাও সোমাই গৈছে আগতকৈ বহুত। সিহঁতৰ মুখৰ হাঁহিটোও অলপ শেঁতা। পৰিবৰ্ত্তনবোৰ দেখি যথেষ্ট বেজাৰ লাগিল। সলনি ভালৰ কাৰণেই হে হয় যেন লাগে। কিন্তু ৰুইনাহঁতৰ অৱস্থাই মোক সোঁৱৰাই দিলে যে সলনি কিছুমানৰ কাৰণে বেয়াৰ কাৰণেহে হয়। মই গৈ পালত ৰুইনাই কথাবোৰ কবলৈ আৰম্ভ কৰোঁতেই মই বাধা দি কলোঁ—"মই মাৰ মুখৰ পৰা সকলো শুনিছোঁ ৰুইনা। তই কেলৈ মাতিছিলি।" "এইবোৰ কাৰণেই মাতিছিলোঁ সোণ! তুমি যদি পাৰাঁ পুতলীৰ ফিজ্‌টো দি তাইৰ নামটো



ৰখাই দিয়া। তাইৰ নামটো কটা গলে তাই মনত বৰ কষ্ট পাব। কিতাপ-পত্ৰবোৰতো কিনিবই পৰা নাই। এওঁৰো আজিকালি কাৰবাৰ ভাল নহয়। কেতিয়াবা দুপইচা পায় কেতিয়াবা নাপায়। আমবেচা মানুহো বহুত হল নহয় আজি-কালি। তাতে মানুহটোও তেনেই বেমাৰী হৈ পৰিছে।"

মই কথাবোৰ নীৰৱেই শুনি গলোঁ। কি কম, কবলৈ বা আছে কিটো। অলপ দেৰি ৰৈ তাইক সুধিলোঁ।—"তোৰ ভায়েৰটো ক'ত?"

"তুমি আহিলে সি তোমাক সি নাই বুলি কবলৈ কৈছে। তাৰ হেনো তোমাৰ আগত ওলাবলৈ লাজ লাগে। সি বোলে একো কৰিব পৰা নাই।"

মোৰ যে কেনেকুৱা লাগি গ'ল। ইমানখিনি দায়িত্বশীল মন এটা লৈ সি আজি একো কৰিব নোৱাঁৰা হৈ কেকাঁই কেকাঁই বিছনাত পৰি আছে। ইমানখিনি সময় পুতলী ৰান্ধনীঘৰত সোমাই আছিল। তাই মোৰ আগত সুদা চাহ একাপ আনি দিলেহি। মই তাইক অলপ খংকৰা দিয়েই কৰিলোঁ,—"পুতলী, চাহ কৰিবলৈ তোক কোনে কৈছিল?"—পিছতে মোৰ বেয়া লাগি গল। অতিথি সৎকাৰ, ধৈৰ্য্যশীলতা, দায়িত্বশীলতা, নিস্বাৰ্থ প্ৰেম,—এইখিনি সিহঁতৰ গুণ। সেইবোৰৰ ওপৰত মোৰ খং কৰিবৰ কি অধিকাৰ আছে।—হাতত কল আৰু বিস্কুট লৈ ৰুইনা আমাৰ ঘৰ ওলোৱাৰ কথাটো মনত পৰিল। মই আহিবলৈ উঠিলোঁ। জেপত টকা পাচটা আছিল। ছমৰছেট-

মমৰ উপন্যাস এখন কিনিম বুলি আনিছিলোঁ। সেই টকা পাচটাকে ৰুইনাক দি দিলোঁ। সিহঁতৰ অৱস্থাটোৰ আগত উপন্যাস পঢ়াটো মোৰ মানসিক বিলাসিতা যেন লাগিল। আহি-বৰ সময়ত পুতলীক কৈ আহিলোঁ—"আৰু কেতিয়াবা কিবা লাগিলে কবি। বেয়া পাব নেলাগে। নকলে মই বেয়া পাম।"—

গোটেই ৰাস্তাটো কথাবোৰ মই ভাবি আহিলোঁ। ৰুইনা-হঁতৰ সমস্যাটো এটা ডাঙৰ সমস্যা। মইও যে কিমান সিহঁতক সহায় কৰিব পাৰিম কব নোৱাৰোঁ। মাহৰ শেহলৈ মইযে সদায় ধাৰ কৰিব লাগে। দৰমহাই নাটে। তথাপি ৰুইনাহঁতৰ ডাঙৰ বিপদ এটাত সৰুকৈ সহায় কৰিবলৈ পায় যথেষ্ট ভাল লাগিল।

—কাৰ কাৰণে দিনবোৰৰ বুকুত কি লুকাই থাকে কোনেও কব নোৱাঁৰে। বন্ধত মই ঘৰলৈ আহোঁ—। পুতলী আহে, মই তাইক কাগজ-কিতাপ যি পাৰোঁ দিওঁ। কিতাপ কাগজ দিবৰ সময়ত মই তাইৰ মুখখনলৈ চাওঁ। তাইৰ সৰল মুখখন পোৱাৰ তৃপ্তিত পোহৰ হৈ উঠে। তাই পঢ়িব। তাইৰ পঢ়াৰ কিমান আশা কব নোৱাৰোঁ।

কিছুদিন পুতলী অহা নাই। ৰুইনা মাজে মাজে আহে। তাই সিহঁতৰ কথাবোৰ কয়। তাইৰ মতাটোৰ হেনো বাওঁ ফালটো একেবাৰে মৰি গৈ উঠিবকে নোৱাৰা হ'ল। সেইটো বেমাৰ হেনো ভাল নহয়। ভায়েকটোৰ ভৰিটোও আগৰ দৰেই আছে—অকণো ভাল হোৱা নাই। পুতলীৰ ভাল।—মই তাইক



সুধিলোঁ—"আজিকালি পুতলী নাহে কেলৈ। আহিবলৈ কবিচোন।—তাইক বহুত দিন দেখা নাই।"

"তাই বোলে সিদিনা তোমাক চিনেমাহলত দেখিছিল। তোমাক মাতিবলৈ লাজ কৰিলে।"—ৰুইনাই কলে।

পুতলী চিনেমাহলত! কথাষাৰ মোৰ কেনেবা লাগি গ'ল। মই ৰুইনাক একো নুসুধিলোঁ।—হয়তো কোনোবা লগৰ ছোৱালীয়ে তাইক লৈ আহিছিল।—

মাজতে বহুতদিন পাৰ হৈ গ'ল।

"আসাম আৰ্টিষ্টছ ষ্টুডিও" বুলি এটা এছছিয়েছন কলাকৃষ্টিৰ পূজাৰীসকলে আমাৰ ঠাইতে খুলিছে। কলাসাধক সকলৰ চকুত ভবিষ্যতৰ ৰঙা আভা-কলা কৃষ্টিক জনতাৰ সেৱাত নিয়োগ কৰিব। এই অনুষ্ঠানে শিল্পীৰ সমাধি বুলি এখন নাটকৰ ৰিহাৰ্ছ'ল কৰিছে। সেইখন বোলে পিছত ছিনেমাও কৰিব। এছছিয়ে-ছনৰ গুৰি ধৰোঁতা শিবেন বৰুৱাক চিনি পাওঁ।—তেখেতে মোক এদিন কৈছিল—"যাবাছোঁন আমাৰ তালৈ। তোমালোক ডেকা ডেকা লৰা বহুত নতুন আইদিয়া দিব পাৰিবা।"

মই এদিন গৈছিলোঁ। আইডিয়া দিবলৈ নহয়, এনেয়ে চাবলৈহে। তাত গৈ হঠাৎ পুতলীক দেখি মোৰ বৰ আচৰিত লাগি গ'ল। তাই, নায়ক শিবেন বৰুৱাৰ লগত ৰিহাৰ্ছ'ল কৰিছে। মই বুজিলো, পুতলী নায়িকা। মই ঘপকৈ তাইক পুতলী বুলি মাতি দিলোঁ। তাই অলপ লাজ কৰিলে। মই চুক এটাতে বহি ৰিহাৰ্ছ'ল চাবলৈ ধৰিলোঁ। —পুতলী এইখিনি

পালেহি কেনেকৈ ? মনত নানান ধৰণৰ ভাববোৰ ইটোৰ পিছত সিটোকৈ পাৰ হৈ গ'ল। একোকে ঠিক কৰিব নোৱাৰিলোঁ। "তুমি পুতলীক চিনি পালাঁ কেনেকৈ ?"—শিবেন বৰুৱাৰ কথাষাৰে মোৰ ভাবত আউল লগাই দিলে। বৰুৱাই প্ৰশ্নটো যিটো সুৰত সুধিলে যেন মই পুতলীক চিনি পোৱাটো এটা ডাঙৰ কথাহে। মই গোটেই কথাবোৰ চমুকৈ কলোঁ। তাৰ উত্তৰত বৰুৱাই গহীন হৈ ক'লে—

"আমাৰ অসমত হিৰইন পাবলৈ টান। গতিকে আমি সিহঁতক পইচা দিম।" বৰুৱাৰ কথাষাৰত মই মোৰ মনত জাগি উঠা প্ৰশ্নটোৰ এটা উত্তৰ পাইছিলোঁ। কথাষাৰ শুনি মোৰ সিমান ভাল নেলাগিল। মই জানো পুতলীহঁতক পইচা লাগে। কিন্তু সেয়া পইচা যদি নিজক বিক্ৰী কৰা পইচা হয় তেতিয়াহলে সিহঁতৰ সমস্যাবোৰ সমস্যা হৈ থকাই ভাল।

এছছিয়েছনৰ থিয়েটাৰ হৈ গ'ল। থিয়েটাৰ, আয়োজনৰ তুলনাত সিমান ভাল নহ'ল।

এদিন প্ৰায় সন্ধিয়া ৰেষ্টোৰা এখনৰ ওপৰৰ মহলাৰ এটা চুকত বহি চাহ একাপ খাই আছিলোঁ। মই বহাৰ অলপ দেৰিৰ পিছতে শিবেন বৰুৱা আৰু এজনী ছোৱালী হঠাৎ পাঁচ নম্বৰ ৰুমটোলৈ সোমাই যোৱা দেখিলোঁ। ছোৱালীজনী পুতলী যেন লাগিল। —হঠাৎ মই চকীখনৰ পৰা উঠি পৰিলোঁ। অলপ দেৰি বৈ মই আকৌ কথাবোৰ ভাবি বহি পৰিলোঁ। কিজানি



পুতলী নহয়। কাৰণ সেই এছছিয়েছনতে প্ৰায় পুতলীৰ নিচিনা আৰু এজনী ছোৱালী আছিল।

চাহকাপ শেষ কৰি মই নামি আহিলোঁ। তলৰ পৰা এবাৰ পাচ নম্বৰ ৰুমটোলৈ চালোঁ। ৰুমটো আন্ধাৰ।

প্ৰায় এবছৰৰ মান পাৰ হৈ গ'ল। মই তেতিয়া হস্পিতালত। মোৰ টি, বি হ'ল, অপাৰেশ্যন কৰিলে আৰু কেইমাহ মানৰ পিছতে বিলিজ হ'ম। ডাক্তৰে কৈছিল—"আৰম্ভণিতে পোৱাৰ কাৰণে ভাল হ'ল। এতিয়া কোনো চিন্তা নাই।" নাৰ্চবোৰেও কৈছিল—"বৰুৱা আপোনাৰ একদম ভাল হৈ যাব।" মই কিন্তু জানো, এইবোৰ আশাৰ মাৰযোৱা বেলিৰ ৰশ্মিহে। এইবোৰে মোৰ মন আকাশ পোহৰাব নোৱাৰিলে। মই বুজোঁ যে এবাৰ টি, বি হোৱাৰ পিছত মোৰ অৱস্থা সমাজত মদাৰ ফুলৰ নিচিনা।

বিলিজ হোৱাৰ এদিন আগত। দুজনী মান নাৰ্চে মোৰ পৰা অলপ দূৰৈত বৈ কিবা কিবি বোৰ কথা পাতি আছিল। দুই এটা চিনাকি চিনাকি নাম কাণত পৰাৰ কাৰণে মই সিহঁতক মাতি আনি কথাটো সুধিলোঁহি। প্ৰথমে সিহঁতে কব খোজা নাছিল। ববকৈ জোৰকৈ ধৰাত সিহঁতে কথাটো কলে আৰু লগতে কলে যে লৰাটো হেনো বেছ ভাল হৈছিল। কথাটো মোৰ কাৰণে বৰ আচৰিত লাগি গ'ল। মোৰ চকু দুটা তিতি গ'ল। মোক আচৰিত হোৱা দেখি এজনী নাৰ্চে ক'লে—

"আচৰিত হৈছে নহয় ? এই বিলাকতো আমাৰ ইয়াত প্ৰায়ে ঘটি থাকে।"

তথাপিতো মোৰ মনত অলপ সন্দেহ বৈ গেছিল। সেইদিনা গধূলি 'হাউছ ৱাৰ্ড' গৰাকীক বৰকৈ অনুৰোধ কৰিলোঁ—এনট্ৰি বহীখন মোক আনি দিবলৈ। এইটো যে নিয়মৰ বাহিৰ কথাটো জনাই দি মোক তাই বহীখন আনি দিলে। নাৰ্চবোৰে মোক ভাল পাইছিল, বিশ্বাসও কৰিছিল। মই বহীখন খুলি চালোঁ। তাত স্পষ্ট দুটা নাম লেখা আছে—পূতলী আৰু শিবেন বৰুৱা।

মই পুতলীৰ আখৰ চিনি পাওঁ।

---

# অপৰিচিতা

এক মিনিটৰ কাৰণে বাচ খন নেপালোঁহি। বৰ অসহায় যেন লাগিল। নিশ্বাস এটা এবাৰ বাহিৰে কৰিবলৈ একোৰেই নাছিল। অনিচ্ছুক ছাত্ৰ স্কুললৈ যোৱাৰ দৰে টোপোলাটো লৈ খোজ ললোঁ।

"হেল্লো, বৰুৱা! চকুতে নপৰে নহয়?" পাচ আলিটো পাৰ হৈ জৰ্জ্জ স্কুলৰ দাঁতিয়েদি গৈছোঁ, ঠিক এনেতে কাণত পৰিল। হয়, অলপ আঁতৰত বৈ থকা অষ্টিন খনৰ পৰাই মোক কোনোবাই মাতিছে। চিন্তাৰ হেতাওপৰাত গাড়ীখনত চকুকে পৰা নাছিল। কাষ চাপি গলোঁ।

"এই, কিনো কয়, অষ্টিনৰ চকাই বাটৰ শিলগুটিক মাতিব বুলিনো ভাবিছোঁ কেলেই! পিচে......"

বৰহাপজানৰ কেপ্তেইন আহমদৰ পুৰণা অষ্টিন। কেপ্তেইন আমাৰ প্ৰতিবেশী। ডিব্ৰুগড়ত কেপ্তেইনৰ জোৱাঁয়েক থাকে—খাটি হাকিম। মোৰ ঠটা মাটিত পিচল খোৱা কাহিনী শুনি ক'লে বোলে চাৰে চাৰি বজাত তেওঁৰ গাড়ীতে যাব পৰা হ'ব—যদি মই ইচ্ছা কৰোঁ। যদি মই ইচ্ছা কৰোঁ? হাঁহি উঠিল। তেৰোঁ হাঁহিলে। যাওঁতে তেৱেঁই মোক নিৰ্দ্দিষ্ট ঠাইৰ পৰা তুলি নিম বুলি ক'লে।

আমাৰ প্ৰথম এমাইল বাট কথা, হাঁহি মাতেৰে বেছ সুখৰেই গ'ল। আগ ভাগ লৈ তেৱেঁই সৰহ কথা কৈছিল আৰু পাৰেমানে হাঁহিছিল। গহীন মানুহে যেতিয়া টেটকুটীয়া কথা কয় তেতিয়া হাঁহিবোৰ দামী হয়। কথাৰ মাজতে এবাৰ মই তেওঁৰ জী জোৱাঁয়েকৰ কুশল বাৰ্ত্তা সুধি পেলালোঁ। অন্যমনস্ক ভাবে উত্তৰদি তেওঁ হঠাৎচোন অস্বাভাৱিক ভাৱে গহীন হৈ পৰিল।

মই লক্ষ্য কৰিলোঁ ষ্টিয়াৰিঙৰ ওপৰত হাত দুখন দি একান্ত-মনে দূৰৰ বাটটোলৈ চাই মানুহজনে গাড়ীখন চলাই নিছে। তেওঁৰ ভিতৰত যেন কিবা এটা উত্তেজনাই তোলপাৰ লগাই উঠিছে। চকুহাল তিৰবিৰাই উঠিছে। গম্ভীৰ মোচ কোচাৰ তলত পুৰঠ ওঁঠ দুটাত কিবা এটা অব্যক্ত অবুজ ভাষা প্ৰকট হৈ পৰিছে। আধা পকা আধাকেচা কেইভালমান চুলি কপালত বাগৰি পৰি কঁপি উঠিছে। মটৰখনত এটা অচিনাকী আৰু অনাহুত পৰিবেশৰ সৃষ্টি হ'ল। মই অলপ আচৰিত হৈ পৰিলোঁ।

বাটৰ দাঁতিৰ সৰু ঘৰ এটাৰ পৰা সৰু নাঙঠ লৰা এটা লৰি আলিলৈ ওলাই আহিল। হৰ্ণ দি কৌশলেৰে আহমদে গাড়ীখন একাষৰীয়া কৰি লৈ গ'ল। নিৰ্জ্জন আবেলিৰ বঙচুৰা আলিবাট। গৰু গাই বৰ নাই। তেওঁ গাড়ীখনৰ বেগ বঢ়াই দিলে—বিশ, বাইশ, চৌবিশ, ত্ৰিশ। ষ্টিয়েৰিং পৰা হাত এৰি দি জেপৰ পৰা এপেকেট চিগাৰেট উলিয়াই এটা লাইটাৰটোৰে জ্বলালে। মই ডিঙি মেলি বাটটোলৈ চালোঁ। ঋজু আৰু



মুকলি। তথাপি মনটো অলপ ভয় ভয় লাগিল। বছৰত গড়ে তিনিদিন হয়নে নহয় গাড়ীত উঠা সন্দেহ। তেওঁ কিন্তু বে-পৰোৱা। গাড়ী চলোৱা যেন এটা কথাই নহয়।

লাইটাৰ সহ চিগাৰেট পেকেট মোলৈ আগবঢ়াই দি ষ্টিয়েৰিঙত আকৌ হাত দি দীঘলকৈ হোপা এটা মাৰি, ধোৱাঁবোৰ ৰিং সাজিবলৈ চেষ্টা কৰি এৰি দি তেওঁ মাতিলে—"বৰুৱা"।

"আপুনি লিখক, নহয় ?"

"মামুলি"ঃ হাঁহি মাৰি কলোঁ 'অসমীয়া সাহিত্যত লিখক বুলি পৰিচয় দিবলৈ এতিয়াও খুব টান সময় এটা আহি পৰা নাই।"

অলপ নীৰৱতা।..........

"গল্পৰ প্লট আপোনালোকে ক'ৰ পৰা পায় ?"

"কিয় ? জীৱনৰ পৰা।" বেছ আত্মপ্ৰত্যয়ৰ সুৰত কলোঁ। অলপ পৰ উদাস চাৱনিৰে বাটটোলৈ চাই থাকি তেওঁ ক'লে—"বৰুৱা, মোৰ জীৱনৰো এটা গল্প আছে। অৱশ্যে অন্যান্য অসাধাৰণ কিবা এটা বুলি নেভাবিব দেই। আজি মনটো ভাৰ-প্ৰৱণ যেন লাগিছে, কবৰ মন গৈছে, শুনিব ? আমি দুনিয়াত বৰ অসহায় নহয়নে বৰুৱা ?"

"নিশ্চয়, মানে গল্পটো নিশ্চয় শুনিম কওক !" চিগাৰেট এটা জ্বলাই কলোঁ। গৰু কেইটামানে বাট এৰি দিয়া নাছিল। গাড়ীখন মন্থৰ হৈ যায়। চিগাৰেটটো বাহিৰলৈ পেলাই দি তেওঁ কিবা এটা ভাবে। গাড়ীখন পূৰ্ব্বৰ বেগলৈ ঘূৰি আহে—বিশ,

চব্বিশ। দীঘলকৈ নিশ্বাস এটা এৰি তেওঁ কৈ যায়—মই শুনি যাও নীৰৱে, দুয়োৰে দৃষ্টি আগৰ বাটটোত নিবদ্ধ।”

“........দাৰুণ কৰুণ মোৰ এই বন্ধ্যা কাম জীৱনৰ বিদগ্ধ কাহিনী, ভাষা কৈছোঁ নেহাঁহিব।”

“আজন্ম অনুৰ্ব্বৰ মোৰ পুৰুষত্ব। জীৱনত মই কোমল বিহ্বল অনুভূতি উপলব্ধি কৰি পোৱা নাই। আনৰ দৰেই মই ডাঙৰ হৈছিলোঁ; কিন্তু মোৰ জীৱনলৈ যৌৱনৰ মনচুন নাহিল। মোৰ এই লাজৰ কথাটো অৱশ্যে কোনেও নেজানিছিল। ময়েতো নেজানিছিলোঁ। এপাহ ফুলৰ প্ৰতি আপোনালোকৰ যি আকৰ্ষণ মোৰ নাৰীৰ প্ৰতি আকৰ্ষণো সেয়ে আছিল। তেতিয়া মই বেৰিহোৱাইট মেডিকেল স্কুলৰ ছাত্ৰ। হঠাতে এদিন আবিষ্কাৰ কৰিলোঁ মই পঙ্গু। সেই মুহূৰ্ত্তৰে পৰা জীৱনটো দুঃসহ হৈ আহিল। মোৰ সেই সময়ৰ মনৰ অৱস্থাৰ বৰ্ণনা মই দিব নোৱাৰোঁ। এটা মানুহে যেতিয়া গম পায় যে তাৰ এই পৃথিৱীত স্থিতি সম্পূৰ্ণ অসাৰ, অনুৰ্ব্বৰ, তাৰ সেই সময়ৰ মানসিক অৱস্থা, কেনে হব পাৰে ভাবি-চাওক, অনুভৱ কৰক, আপুনি সাহিত্যিক, হয়তো পাৰিব।”

এই খিনিতে তেওঁ নতুনকৈ এটা চিগাৰেট জ্বলাই লৈ খন্তেক কিবা ভাবিলে। তাৰ পাচত আকৌ কৈ গ’ল......

“জীৱনৰ ধাৰাটো কল্লোলিত হৈ উঠিছিল বৰুৱা, সময়ে আকৌ লাহে লাহে শাঁত কৰি আনিলে। আশাবাদী মনটোৱে ক’লে, জীৱনৰ কাম আছে, মোৰ জীৱনটোও জীৱন। সৃষ্টিৰ



দৃষ্টিভঙ্গীত কেৱল দুৰ্ব্বল হ’ল বুলিয়েই জানো জীৱনৰ অৰ্থ নাইকিয়া হৈ গ’ল। নহয়। তথাপি আছে—মৰম আছে, আশা আছে, আদৰ্শ আছে। তেনে? সকলোৱেইতো আছে। “সকলোৱেই পাইছিলোঁ। ডাক্তৰী পাছ কৰি এখন বাগানত সোমালোঁ। মই বাবাক সন্তুষ্ট কৰিব পৰাকৈ আৰ্থিক সামৰ্থ্য আহিল। কৰ্ত্তব্য, কিতাপ, আৰু সাময়িক বিলাস, ইয়াকে লৈ জীৱনটো কটাই দিম বুলি ভাবিলোঁ। কৰ্ত্তব্যই মোক নিজক পাহৰি থাকিবলৈ শিকালে। কিতাপে মোক মোৰ উপলব্ধিৰ অতীত মানুহৰ সুপ্ত অনুভূতিবোৰৰ কিঞ্চিত পৰিমাণে হলেও সন্ধান দিলে। মুমূৰ্ষ বেমাৰীবোৰৰ আৰ্ত্তনাদত মই বিশাল মানৱতাৰ কান্দোন শুনিলোঁ। সিহঁতত আত্মোৎসৰ্গ কৰি মই মোৰ অন্তৰৰ বুভুক্ষ পিতৃটোৰ আকুল কাকুতি কিছু উপশম কৰিব পাৰিছিলোঁ।”

“কিন্তু সমস্যাই বাগৰ সলালে। যেতিয়া মোৰ বিয়া পাতিবলৈ মা আৰু বাবা উত্ৰাৱল হৈ উঠিল, মই অসহায় হৈ পৰিলোঁ। মা-বাবাৰ একেটা পো মই। তেওঁলোকক বোৱাৰী লাগে, নাতি লাগে, তাৰ পৰা তেওঁলোকক বঞ্চিত কৰিবলৈ, পিতৃ বংশৰ সুতিটো ইতি কৰি দিবলৈ মোৰ কোনো স্বত্ব নাই। কিন্তু এজনী সুস্থ ছোৱালী বিয়া কৰাই আনি জীৱনৰ বাবে তাইক সকলো সপোন ব্যৰ্থ কৰি দিয়াৰ সাহস মোৰ নাছিল। বংশৰক্ষা মোৰ দ্বাৰা অসম্ভৱ। এটা পুৰণিবংশৰ, মই এটা মিচিং লিঙ্ক। এফালে পৰিস্থিতি, আনফালে বিবেক, এফালে কৰ্ত্তব্য আনফালে

পৰিণাম। তাৰ মাজত এদিন, "ৰফিক তোৰ বিয়া চোৱা মোৰ আৰু নহল"---বুলি বাবাই চকু মুদিলে।"

কাঠৰ ব্ৰীজ এখন পাৰ হলোঁ। তেওঁ আকৌ আৰম্ভ কৰিলে।......

"এদিন হস্পিতালৰ পৰা ঘূৰি আহি দেখোঁ মাই বিছনাত পৰি কেঁকাই আছে। পানী আনিছিল হেনো চোতালত পিছল খাই পৰিল। কঁকালত দুখ পাইছে। মই আহি পালত দপ্-দপাই উঠিল। মোৰ পৰাই হেনো সকলো হ'ল। তেওঁ মৰিলেহে হেনো মোৰ হেঁপাহ পলাব। দুটাকৈ চাকৰ থাকোঁতেও কাম কৰিব আৰু দোষ মোৰ। আচল কথা নুবুজাকৈ থকা নাছিলোঁ।"

"আমাৰ মনবোৰ কেতিয়া সলনি হয় কব নোৱাৰি। হঠাতে এদিন ভাবিলোঁ মোৰ দৰে মানুহ জানো পৃথিৱীত আৰু নাই। কত উপযুক্ত হৈও অবিবাহিত থাকি গৈছে। কতহ বিয়া কৰিও ব্যৰ্থ হৈছে। ময়োতো এজনী ছোৱালী বিয়া কৰাব পাৰোঁ। মাৰ প্ৰতি মোৰ কৰ্ত্তব্যৰ কাৰণে জানিবা এটা অকৰ্ত্তব্যই কৰিলোঁ। তাইকতো মই সকলোৰেই দিব পাৰিম মৰম, প্ৰাচুৰ্য্য। কেৱল বিবাহৰ জৈৱিক দিক্‌টো অসম্পূৰ্ণ হৈ থাকিব, এয়েতো? বৰ, সহজ যেন লাগিল। এদিন কৈ দিলোঁ 'মা! মই বিয়া কৰাম। মা সুখী হওঁক। উস্ সিদিনা যদি জানিলোহেঁতেন মোৰ বিয়া চাবলৈকে তেওঁ জী আছে। মোৰ বিয়াৰ এটা পষেকৰ মূৰতে মা ঢুকাল।"



ইমানপৰে নীৰৱে শুনি আছিলোঁ চিগাৰেট হুপি হুপি। এই খিনিতে হঠাৎ হুমুনিয়া এটা ওলাই গ'ল। ভগবানে মানুহক লৈ কি মাৰাত্মক ধেমালিকে যে নকৰে। পুৰুষত্ব নিদিলে যেতিয়া আহমদক পুৰুষৰ অনুভূতিবোৰো দিব নেলাগিছিল। মই আহ্‌মদক উপলব্ধি কৰিবলৈ টান পালোঁ। নতুনকৈ চিগাৰেট এটা জ্বলাই লৈ কেপ্তেইনে কৈ গ'ল........।

"বৰ টান কথা বুজিছে বৰুৱা। প্ৰথম যিদিনা মোৰ পঙ্গুত্ব বীণুৰ কাষত ধৰা পৰে, উস্ মই ভাষাৰে সেইখিনি কথা আপোনাক বুজাব নোৱাৰোঁ বৰুৱা। এফালে উচ্ছল যৌৱনৰ আকুল নিবেদন আৰু আনফালে মোৰ প্ৰাণৰ সকলো তৃষ্ণা, অনুভূতি, আবেগ, কামনাৰ ব্যৰ্থতা। তাই মৌন হৈ গৈছিল। তাই মোক একোৱেই আৰু নকলে। অভিযোগ নকৰিলে। লাহে লাহে আঁতৰি গ'ল। তাই হয়তো কান্দিছিল। আপোন ভাগ্যক ধিয়াই লুকাই লুকাই কান্দিছিল। মোৰ শিল হৈ যাবৰ মন গৈছিল বৰুৱা........।"

আহমদ্, মই লক্ষ্য কৰিলোঁ খুব উত্তেজিত হৈছে। তেওঁ এক্সেলেটৰ দবাই ধৰিছে আৰু গাড়ীখন উফৰি উফৰি যাব ধৰিছে। মই চিঞৰি উঠো;—"কেপ্তেইন আহমদ, গাড়ী নিয়ন্ত্ৰণৰ বাহিৰে যাব এতিয়া!"

"ভয় নকৰিব বৰুৱা, মোৰ হুচ্ আছে।" তেওঁ গাড়ীৰ বেগ আকৌ কমাই দিয়ে—পচিশ।

"এনেকৈ বাৰু কেনেকৈ দিন যাব পাৰে? বীণু আৰু মোৰ বৈবাহিক জীৱনত যদি অলপ মৰম, দুযাৰ হাঁহি মাতেই যথেষ্ট হল-

হেঁতেন। সহ্য আৰু নহ'ল। এ, এম, চিত ছেকেণ্ড লেফটেনেণ্ট্ হৈ যোগ দিলোঁ। ৰণৰ থলীত হয়তো দগ্ধ জীৱনৰ গ্লানি পাহৰিব পাৰিম। যাবৰ বেলাত মাত্র বীণুক কলোঁ ঃ 'মই যদি উভতি নাহোঁ তুমি আকৌ বিয়া কৰাবা। বীণু, মাকৰ ঘৰ নাজিৰালৈ গ'লগৈ। তাই সেইদিনা কান্দিছিল—মই দেখাকৈয়ে।.....

"বাৰুদ, বোমা আৰু সাহসৰ মাজেদি খুব সোনকালেই কেপ্তেইন হৈ পৰোঁ। জীৱনটোলৈ এটা স্থিৰতা আহি পৰিছিল। ঠিক এনেতে মান্দালয়ৰ পৰা আঠাইশ মাইল দূৰত কবু নামে ঠাইত বোমা বিস্ফোৰণত আহত হলোঁ। ফলত এম্পুটেশ্যন কৰি ৰাওঁ ভৰিটো, আঠুৰ পৰা কাঠৰ কৰি দি এদিন অক্ষম বুলি ঘৰলৈ পঠিয়াই দিলে।"

"........খোৰাই খোৰাই বীণুহঁতৰ ঘৰত সোমালোঁহি। ঘৰখনত এটা ব্যস্ততা। মোলৈ চকুদিলেও কোনেও অনুৰাগ নেদেখুৱালে। মজিয়াত ভৰি দিয়াৰ লগে লগে মোৰ নাকত এটা জীয়া তেজৰ কেঁচা গোন্ধ সোমালহি। উচপ্ খাই উঠি চকী এখনত বহি পৰিলোঁ। মূৰটো ঘূৰুৱা যেন লাগিল।"

" ......বিমান বৰুৱা, আপুনি বাৰু মোক অনুভৱ কৰিব পাৰিছেনে? নেজানোঁ, খোদাই মানুহৰ জীৱনত কিহৰ পৰীক্ষা চলায়। মোৰ যে ভাষা হেৰাই গৈছে। সামাজিক কলঙ্কৰ চাব মোহৰ মৰা, এজনী অভাগীক পৃথিৱীৰ দলনিত পোনা নেলি বীনুৱে আন্ধাৰৰ আশ্রয় ললে। মইতো অনুভৱ কৰিবলৈকে পাহৰি গৈছিলোঁ বৰুৱা, এটা জড়তাই বুকুখন অবাক কৰি দিছিল। বীণুক দোষাৰোপ কৰিবলৈ মোৰ সাহস হোৱা নাছিল। মোৰ



জীৱনক দিব পৰা এটা আখ্যাই যে মই বিচাৰি নেপাওঁ। হয়তো সেই নৰজাতকৰ নিষ্ঠুৰ পিতৃৰ প্রতি মোৰ মিলিটাৰী মেজাজ দাং খাই উঠিলহেঁতেন। বীণুৱে যে সেই কাহিনীৰ নায়কৰ পৰিচয় নিজৰ লগতে সামৰি নিলে।".....

".....সমস্যাই সমস্যাৰ জন্ম দিয়ে। নিষ্কলঙ্ক এটা বংশৰ পতন-মুখী মর্য্যাদাই আকুতি লৈ মোৰ সন্মুখত থিয় দিলে। বীণুৰ আত্মাই ফেকুৰি ফেকুৰি যেন মোৰ কাণত কৈ গ'ল—'ভুলেৰে তুমি মোৰ জীৱন ভ্রষ্ট কৰিলা। মোৰ ভুল ক্ষমা কৰি মোৰ সন্তানক পিতৃত্ব দিয়া। তাইৰ জীৱনত, গ্লানি মুক্ত কৰি মাধুর্য্যৰ স্বীকৃতি দিয়া....।"

"....অকণমান এটি কেচুৱা মোৰ কোলাত দি শাহুৱে কান্দি উঠিল। তাইক লৈ আহিলোঁ বৰহাপজানলৈ। মুছলমানসকলে পুনৰ জন্ম বিশ্বাস নকৰে। তথাপি ভাবোঁ বৰুৱা, এই সকলোবোৰ যেন মোৰেই কোনোবা জন্মৰ কর্ম্মফল। নিয়তিৰ প্রতিশোধ।"

"মাকৰ লগতে মৰিব নেজানিলে তাই। মোৰ পিতৃৰ বংশৰ বোঁৱতি সুতিটো মানুহৰ চকুত অভগ্ন ৰাখি জনাইছিলোঁ—বীণা মোৰেই ছোৱালী বুলি। এজনী অপৰিচিতাক পিতৃত্বৰ মৰম দি ডাঙৰ-দীঘল কৰিলোঁ বীণুৰ প্রতি কৰা মোৰ অন্যায়ৰ প্রায়শ্চিত্ত কৰিবলৈ। আৰু শেহত তাইক বিয়া দিলোঁ ডিব্রুগড়ৰ আলি পৰিয়ালৈ। তাৰ দ্বাৰা এটা পৱিত্র পৰিয়ালত মই কোনেও নজনাকৈ অচিন তেজ সুমুৱাই দিলোঁ। এজন নির্দ্দোষী ডেকাৰ ডিঙিত এজনী পিতৃপৰিচয়হীনা ছোৱালী সাঙুৰি দিলোঁ। মনটো যেন বন্দী। মুক্তি ক'ত?...."

কেপ্তেইন আহমদ্ ক্ষন্তেক নীৰৱে থাকি ক'লে—

"......আৰু শেষত ? ....শেষত আজি পাঁচদিন হল এটা পৰেকীয়া শিশু সন্তান আলি পৰিয়ালৰ প্ৰতিনিধি ৰূপে এৰি থৈ মোৰ পিতৃত্ব আৰু মোৰ ডাক্তৰী সামৰ্থ্যক নেওচা দি পলাই গ'ল বীণা অচিন দেশলৈ।"

কেপ্তেইন আহমদৰ মাতটো সেমেকি ভিজিতে বৈ গ'ল। ইমান ডাঙৰ মানুহজনে বোধ হয় কান্দিব খুজিছিল। তেতিয়া এন্ধাৰবোৰ নামি আহিছে। কথা কবলৈ মোৰ ভাষা হেৰাই গৈছিল। পুতৌ দৰ্শোৱাৰ সাহসো নাছিল।

মটৰখন আহি গেৰেজত স্তব্ধ হৈ যোৱাৰ পাচত মোক খোৰাই খোৰাই পদূলিলৈকে আগবঢ়াই দি তেওঁ ক'লে— "যাওকগৈ দেই বৰুৱা! একো নাই, সৈনিক মই, সংঘাতেই সৈনিক জীৱনৰ অৰ্থ। যাওক, পাৰে যদি গল্পটো লিখিব।"

গল্প! অকলশৰীয়া হাঁহি এটা খেলাই গ'ল। তুমি সৈনিক, এৰা কেপ্তেইন—নহলে হয়তো কাহানিবাই হেৰাই গলাহেঁতেন, ভাবিলোঁ। গুছি আহিলোঁ। তেওঁ তেতিয়া ভিতৰলৈ সোমাই গৈছে। কাঠৰ ভৰিটোৰ খটৰ, খটৰ শব্দ শুনিছিলোঁ অলপ দূৰলৈকে। মই যেতিয়া ঘৰ পাওঁহি তেতিয়া হয়টো তেওঁ পেগত লাঠীদাল আঁৰি থৈ চিগাৰেট এটা জ্বলাই বিছনাত দীঘল দি পৰিছে ওপৰলৈ মুখ কৰি।

---

# পথ আৰু উপপথ

সময়ৰ পাহে পাহে বেসুৰা হৈ পৰা জীৱনটোৰ স্মৃতিবোৰ সুঁৱৰি তাই অতিষ্ঠ হৈ পৰে—। বাস্তৱৰ সজীৱতাৰ মাজত ব্যৰ্থ হৈ যাবলৈ ওলোৱা সপোনবোৰৰ ইতিহাস তাইৰ কাৰণে আজি ম্লান হৈ পৰিছে—। বৰষাৰ কোনোবা ৰাতিৰ নাচনী বিজুলীয়ে আঁকি যোৱা উজ্জলতা খিনিৰ দৰে তাইৰ জীৱনৰ পটভূমিত এটা মৰীচিকাৰ সৃষ্টি হৈছিল। কিন্তু আকাশৰতো নিজা ৰং নাই—মৰীচিকাও মৰুভূমিৰ মোহ।

কৃত্ৰিমতাৰ আঁৰত নিজক প্ৰতিষ্ঠা কৰি নিকা জীৱনটোৰ কোঁহে কোঁহে তাই কিছুমান আবৰ্জ্জনা থুপাই তুলিছিল—। সেইটো মাথোঁ কেইবছৰ মানৰ আগৰ কথা—। চকুৰ চঞ্চল চাৱনীয়ে, অবয়বৰ প্ৰতি ছন্দে ছন্দে, মুখৰিত হৈ উঠা যৌৱনৰ উতনুৱা আভৰণে বঞ্চিতা গাভৰুজনীয়ে ভুল কৰি পেলালে। যিহৰ মাদকতাত বাট এৰি অবাটে যাব লগা হ'ল—সেই মাদকতাৰ স্থিতিৰ পৰিধিতো তাই হয়তো সেইদিনা অনুমান কৰিব নোৱাৰিছিল। তাই ভাবিছিল, কিজানি জীৱনটো চিৰদিন ৰূপে-ৰসে পৰিপূৰ্ণ হৈ থাকিব কিন্তু যিদিনাৰ পৰা সদায় মানুহেৰে মুখৰিত হৈ থকা চন্দ্ৰাবাইদেউৰ ঘৰত মানুহৰ আহ-যাহ কমি আহিল সেইদিনাৰপৰা তাই বেচকৈ অনুভব কৰিব

পাৰিলে যে চন্দ্ৰাবাইদেউৰ কিবা এটা আকৰ্ষণ কমি গৈছে—। চন্দ্ৰাবাইদেউৰ কৃত্ৰিম প্ৰসাধনে বয়সটো হয়তো লুকুৱাই ৰাখিব নোৱাৰিলে—।

আজি কেইবাদিনৰ পৰা গা ভাল নহয় বুলি জিনটিয়ে তাইৰ ঘৰটোৰ দুৱাৰ বন্ধ কৰি ৰাখিছে—। লগত থকা সৰু চাকৰ লৰাটোক বাহিৰত টুল এখনত বহুৱাই ৰাখিছে কোনোবা আহিলে গা ভাল নহয় বুলি কবলৈ—। যি জিনটিয়ে এদিন বাহিৰত পোহৰৰ দীপাৱলী পাতি গ্ৰাহকৰ প্ৰতীক্ষাত নিলৰ্জ্জভাৱে সময়বোৰ পাৰ কৰি দিছিল, সেই জিনটিয়ে আজি পোহৰ সহ্য কৰিব নোৱাঁৰা হৈ পৰিছে। এন্ধাৰবোৰৰ মাজত বহি থাকি তাই নিজৰে কথাবোৰ ভাবি ভাবি পাৰ নেপায়। দুৰ্ব্বল মুহূৰ্ত্ত এটাত কিযে কৰি পেলালে তাই—। মাহীমাকৰ লগত থকা দিন কেইটাই তাইৰ মুখৰ আছিল। মাহীমাকৰ গালি শপনিয়েই আজিৰ এই জঘন্য জীৱনটোতকৈ বহুত ভাল আছিল। হেজাৰ হওক এখন সুস্থ সবল সমাজৰ আৱেষ্টনিত তাই আছিল—। লক্ষ্মীয়ে তাইক ফুচুলাই আনিলে এই নতুন জীৱনটোৰ সোৱাদ দিবলৈ। লক্ষ্মীয়েই তাইৰ শিক্ষক। লক্ষ্মীয়ে কোৱা কথাষাৰ আজিও তাইৰ স্পষ্ট হৈ আছে—"তই বহুত পইচা পাবি—মৰম পাবি বল।"—তাই ৰাতিৰ এন্ধাৰৰ আঁৰত পলাই আহিল ঘৰৰ পৰা লক্ষ্মীৰ লগত। টকা-পইচা তাইৰ কাৰণে সেইদিনা বৰ লোভৰ বস্তু নাছিল—কিন্তু তাই মৰমৰ আকলুৱা আছিল। মনত পৰিবৰে পৰা তাই কাৰো পৰাই মৰম পোৱা কব নোৱাৰে—।



যিমান নিজৰ কথাবোৰ তাই ভাবিবলৈ ধৰে সিমানেই লক্ষ্মীৰ ওপৰত তাইৰ খংটো বাঢ়ি যায়। লক্ষ্মীক পালে এতিয়াই যেন তাই ডিঙি টিপি মাৰিব। এই কেইদিন ধৰি তাই নিজৰ কোঠাটোত সোমাবলৈ সাহ কৰা নাই—। ধুনীয়াকৈ পাৰিথোৱা বগা বিছনা খনৰ কাষ চাপিবলৈ তাইৰ কিবা এটা ভয় হৈ উঠিছে—। তাইৰ পাপবোৰ যেন বিছনাখনৰ ওপৰত থুপ খাই আছে। বিছনাখন দেখিলে তাইৰ গাঁটো শিঁয়ৰি উঠে। মৰম কিনিবলৈ আহি নিজক বেচি পেলোৱা মানুহজনী আজি ব্যাকুল হৈ পৰিছে এখন সমাজৰ কাৰণে, এটা সুখী পৰিয়ালৰ কাৰণে, দুটা সন্তানৰ কাৰণে—। স্বাৰ্থ চৰিতাৰ্থ কৰিবলৈ অহা বহুতো মানুহৰ মৰম তাই পাইছে। নিজৰ পেটৰ কাৰণে বহুত মৰমৰ তাই সহঁাৰিও দিছে ; কিন্তু তাইৰ আকাঙ্ক্ষিত মৰমৰ সন্ধান তাই কতো আজিলৈকে পোৱা নাই। শৰীৰৰ প্ৰতিটো অঙ্গতে মৰমৰ চিন লৈও তাই আজি ৰিক্তা—। তাইৰ উশৃঙ্খল জীৱনটোৰ শৃঙ্খলতাৰ আঁত বিচাৰি তাইৰ মনটো আৰু বিশৃঙ্খল হৈ পৰে—। ভাবি ভাবি কথাবোৰৰ তাই পাৰ নেপায়। আজি কেইবাদিনো তাই ভাবি ভাবিয়েই কটাইছে—। হেজাৰ সঙ্গীৰ মাজতো তাইৰ নিজকে বৰ অকলশৰীয়া যেন লাগিছে—। কান্দি কান্দি তাইৰ চকুৰ পঁতা দুটা উখহি উঠিছে তথাপি তাই ভাবিব পৰা নাই যে তাই কি কৰিব—। আজি যদি সমাজৰ বুকুলৈ তাই উভতি যায় তাত জানো তাইৰ কাৰণে ঠাই হব। সমাজে জানো তাইক মানি লব, তাইক জানো কোনোবা মনুহে বিয়া-

কৰাবলৈ ওলাব? বিয়াৰ কথা ভবাৰ লগে লগেই তাইৰ মনটো অতীতটোৰ মাজলৈ হঠাতে উলটি যায়—পাঁচ বছৰৰ আগৰ এটা দিনৰ কাষলৈ। তাই তেতিয়া চৈধ্য বছৰীয়া ছোৱালী। অনাদৃত যৌৱনৰঢৌৱে কেতিয়া যে তাইৰ গাঁত পৰশ দি গ'ল তাই গমকে নেপালে। নিজকে সৰু-ছোৱালীৰ নিচিনাকৈ ভাবি থকাৰ মাজতেই তাই গাত কাপোৰ লোৱাজনী হৈ পৰিলে। সিহঁতৰ ঘৰৰ ওচৰৰ "বিন্দু" বোলা ৰিক্সা চলোৱা লৰাটোৰ বাপেকে যিদিনাখন তাইৰ মাহীমাকৰ ওচৰলৈ বিয়াৰ প্ৰস্তাৱ লৈ আহিল সেইদিনা তাই আৰু ভালকৈ উপলব্ধি কৰিব পাৰিলে যে তাই ডাঙৰ হৈ পৰিছে কিন্তু বিন্দু আৰু তাইৰ বিয়া নহল। মাহীমাক বিন্দুহঁতৰ প্ৰস্তাৱত মান্তি নহল বিন্দুৰ বাপেকে হেনো মাহীমাকে খোজা সমান পইচা দিব নোৱাৰিলে। এই বিয়াখনৰ কথা-বতৰাই তাইৰ মনত কোনোৰকমে চাপ বহুৱাব পৰা নাছিল। সেইদিনা এই বিয়াখন হয়তো হৈ যোৱাহেঁতেন তাই ভাল পালেহেঁতেন আৰু নোহোৱাতো তাইৰ কোনো আক্ষেপ নাছিল। কিন্তু আজি তাই মনে প্ৰাণে অনুভৱ কৰিছে যে সেইদিনাৰ বিয়াখন তাই কাম্য আছিল। বিন্দুৰ ছবিটো হঠাৎ তাইৰ চকুৰ আগলৈ খন্তেকৰ কাৰণে ভাহি পৰে। ক'লা পাতলকৈ লৰাটো। মূৰত এসোপা তেল নোহোৱা চুলিৰে সৈতে—সিহঁতৰ একেবাৰে ঘৰৰ ওচৰৰ ঘৰটোত আছিল। আলিটোৰ সিপাৰে। বিন্দুৱে হয়তো তাইক ভাল পাইছিল। তাই নজনাকৈয়ে কথাপ্ৰসঙ্গত কিছুমান টুকুৰা-টুকুৰ ছবি তাইৰ



চকুৰ আগত ভাহি উঠে। তাই ৰাস্তাৰ কাষৰ কলটোৰ পৰা পানী আনিবলৈ যাওঁতে প্ৰায়েই বিন্দুক লগ পাইছিল। তাইক দেখিলেই সি ৰিক্সাখনৰ পৰা নামি তাইক মাতিছিল দুই এষাৰ ভাল বেয়া কথা পাতিছিল—তায়ো সহজ ভাবেই উত্তৰ দিছিল; কিন্তু কোনো আকৰ্ষণ অনুভৱ কৰা নাছিল। বিন্দুৰ কথা যিমান তাইৰ মনলৈ আহিবলৈ ধৰিলে সিমানেই তাইৰ স্মৃতি বিলাক বিন্দুক কেন্দ্ৰ কৰি ঘূৰিবলৈ ধৰিলে। হঠাৎ তাইৰ অতীতৰ বুকুৰ এটা মেঘলা চিপচিপীয়া বৰষুণ দি থকা দিনলৈ মনত পৰিল। তাই পানী আনিবলৈ গৈছিল—সদায় যোৱাৰ দৰে। বাটটো ইমান পিচল আছিল যে হঠাৎ পানী লৈ ওভটোতে কলহে সৈতে তাই খোপনি ৰখাব নোৱাৰি পৰি গ'ল। পৰাত যদিও তাই বেছি দুখ নেপালে তথাপি তাইৰ পানী অনা মাটিৰ কলহটো ভাগি গ'ল। কলহটো ভগাত মাহীমাকৰ ভয়ত ৰাস্তাৰ ওপৰতে উচুপি উচুপি কান্দি দিলে। বিন্দুৱে বোধকৰোঁ সিহঁতৰ ঘৰত বহি সকলো চাই আছিল। সি লৰালৰিকৈ আহি তাইৰ ওচৰ পালেহি আৰু কি হ'ল, খুউব দুখ পালে নেকি সুধিলে আৰু যেতিয়া বুজিলে যে কলহটো ভগাৰ কাৰণে তাই কান্দিছে, সি নিজেই ওচৰৰ দোকান এখনৰ পৰা তাইক এটা কলহ আনি দিলে। সেইদিনা তাইৰ অন্তৰখন কিবা এটা অজানিত শ্ৰদ্ধাত বিন্দুৰ প্ৰতি সিক্ত হৈ উঠিছিল। সেই বিন্দুৱে আজি জানো তাইক আকৌ ওচৰ চপাই লবলৈ আগ বাঢ়ি আহিব! কিজানি ইমান দিনে

সি কাৰোবাক বিয়াই কৰাই পেলাইছে। যিমানেই কথাবোৰ মনলৈ আহে সিমানেই তাই অস্থিৰ হৈ উঠে।

ওচৰৰ ৰাষ্টাটোৰেদি স্কুললৈ যোৱা সৰু সৰু লৰা-ছোৱালী বিলাক যদিও অত দিনে তাই দেখি আহিছে, তথাপি সেই লৰা-ছোৱালীবোৰৰ প্ৰতি তাইৰ কোনো আকৰ্ষণ অনুভৱ কৰা নাছিল। গতানুগতিকভাবে সিহঁত স্কুললৈ যায় আৰু তাইৰ কাম নাই কাৰণেই খিড়িকী খনৰ কাষত বহি সিহঁতক চাই থাকে। ৰাস্তাইদি পাৰ হৈ যোৱা মানুহবোৰ চোৱাটো তাইৰ এটা কৰ্ত্তব্যৰ নিচিনাই হৈ পৰিছিল। কিন্তু আজি যেন সেই লৰাছোৱালীবোৰৰ মুখবোৰে তাইৰ চকুৰ আগত ভীৰ কৰি উঠিছেহি। সিহঁতৰ কোমল মুখবোৰত, সাগৰ বুলিয়া চকুবোৰত জীৱনৰ যেন ৰহঘৰা লুকাই আছে। — সিহঁতৰ বুকুত সাৰটি লৈ সিহঁতৰ মাক-বাপেকবোৰ চাগৈ কিমান সুখী। ভাৱৰ হেঁচাত তাই উচুঁপি উঠে—লৰা-ছোৱালী বোৰৰ কথাবোৰে তাইৰ মনটো ব্যাকুল কৰি তোলে। ইমান দিনে দেখি অহা মুখবোৰ তাই যেন আজিহে নতুনকৈ দেখিব। তাই লৰালৰিকৈ খিড়িকীখন মেলি দিয়ে সিহঁতক চাবৰ কাৰণে। খিড়িকীখনেদি এন্ধাৰ কিছুমান সোমাই আহে তাইৰ এন্ধাৰ কোঠাটোৰ বুকুলৈ। তাই পাহৰিয়েই গৈছিল যে তেতিয়া ৰাতি। খিড়িকীখনৰ বুকেয়েদি দূৰৰ আকাশখন স্পষ্ট হৈ উঠে। টিপ্ টিপ্ কৈ জ্বলিথকা সৰু সৰু তৰাবোৰ কেনে সুখী—নিস্কলঙ্ক। সঁচাকৈয়ে নিস্পাপীবোৰহে সেইখন



দেশলৈ যাব পাৰে। তাইৰ যদি কেনেবাকৈ ভুলত তালৈ যায় তেন্তে তাই নিশ্চয় পপীয়া হৈ খহি পৰিব।

"আইদেউ"—। লিগিৰীজনীৰ মাতত তাইৰ তন্ময়তা ভাগি যায়। "কি হ'ল?"--বাহিৰত দুজন মানুহ আহিছে আপোনাক লগ পাবলৈ। ইমানকৈ কলোঁ আপোনাৰ গা ভাল নহয় বুলি তথাপি তেওঁবিলাক নগ'ল। আপোনাক হেনো লগ পাইহে যাব—।

জিনটিয়ে অলপ পৰ কোন হব পাৰে অনুমান কৰি লয়। হঠাৎ তাইৰ মনত এটা কথা খেলায়—"বাৰু তেওঁলোকক বাহিৰৰ কোঠাতে বহিবলৈ দে—তাত চাকি আছে নহয়—?

"হয় আছে—।" লিগিৰীজনী ওলাই যায়।

জিনটিয়ে কাপোৰ খন সলাই বাহিৰলৈ ওলাই আহে। দুজন ডেকা মানুহ বাহিৰত বহি আছিল। এজন আগতেও কেইবাবাৰো আহিছিল; কিন্তু এজন একেবাৰে নতুন। "অ' আপোনালোক—!" জিনটিয়ে জোৰ কৰি হাঁহি এটা মাৰি আলহী দুজনক অভ্যৰ্থনা জনায়। নতুন মানুহজন তাই অলপ ভালদৰে লক্ষ্য কৰে। মানুহজন বোধকৰোঁ কোনোবা ভালমানুহৰ ঘৰৰ লৰা, কাৰণ মানুহজনৰ চকুৰে মুখে এটা আভিজাত্যৰ চিন লাগি আছিল; কিন্তু মানুহজনৰ ধুনীয়া চকু-মুখ বোৰত যেন এটা বিষাদৰ ছাপ পৰিছিল। তললৈ মূৰকৈ বহি থকা মানুহ জনৰ প্ৰতি জিনটিৰ এনেয়ে এটা সহানুভূতি ওপজে। হয়তো সংসাৰৰ সজ্ঘাতত জুৰুলা হৈ মানুহজন আহিছে তাইৰ ওচৰলৈ

কিছু সময় নিজক পাহৰি থাকিবলৈ। বহুত মানুহেইটো তেনেকৈ আছে। চিনাকি মানুহজনে জিনটিক কাণে কাণে কিবা এটা কৈ লাহেকৈ উঠি যায়গৈ। কোঠাটোত তেতিয়া জিনটি, নতুন মানুহজন আৰু জ্বলি থকা চাকিটো। কাৰো মুখত মাতবোল নাই—। জিনটি বহি আছে চাকিটোলৈ চাই আৰু মানুহজন বহি আছে বাহিৰৰ আন্ধাৰবোৰলৈ চাই। আজি এই কেইবছৰৰ অভিজ্ঞতাৰ ভিতৰত তাই কেতিয়াও এনে নিষ্ক্রিয় মানুহ লগপোৱা নাছিল। প্ৰথমতে ভিতৰৰ পৰা ওলাই আহোঁতে জিনটিয়ে মানুহ ডুজনক কিছু অন্য কথা কম বুলি মন কৰি আহিছিল। ভাবিছিল যে সদায় তাইৰ দেহটোৰ প্ৰতি লালায়িত এই মানুহবোৰৰ আগত তাই যদি বিয়াৰ প্ৰস্তাব কৰে কোনোবা তাইক বিয়া কৰাবলৈ ওলাবনে? হয়তো এনে প্ৰস্তাব তেওঁলোকৰ আগত দাঙি ধৰিলে ভয়ত মানুহবোৰ লাহে লাহে তালৈ নহাহৈ পৰিব —আৰু তেতিয়াহলেই তাইৰ এই জঘন্য পৰিচয়টোৰ ইতি হব॥ কিন্তু নতুন অভ্যাগত জনৰ মুখলৈ চাই তাই একো সুধিবও নোৱাৰিলে কবও নোৱাৰিলে। মানুজন মনে মনে বহি থাকিল, —তায়ো। ৰাতিটো আগবাঢ়ি গ'ল। এইদৰে সিহঁত কিমান দেৰি বহি আছে কব নোৱাৰে। হঠাৎ জিনটিৰ মনত খেলালে মানুহজনক কিছু অভ্যৰ্থনা কৰা উচিত। তাই মানুহজনৰ অলপ ওচৰলৈ গৈ সুধিলে—"আপোনাক এগিলাচ চৰবৎ দিমনে?" ইমান পৰে মানুহজনে কি ভাবি আছিল কবই নোৱাৰে—জিনটিৰ মাতত তেওঁৰ হুচ হয়।—"অ! মোক।



নাই নেলাগে, মোক অলপ পৰে শান্তিৰে থাকিবলৈ দিয়া আৰু একো নেলাগে। পাৰিলে ইয়াৰ পৰা এই লেম্পটো লৈ যোৱাৰ ব্যৱস্থা কৰাচোন আৰু তুমিও অলপ আতৰি যোৱাঁ। ভয় নকৰিবা, যাবৰ সময়ত মই তোমাৰ নায্য প্ৰাপ্য দি যাম।" মানুহজনে একে উশাহতে কথাখিনি শেষ কৰে। জিনটি আচৰিত হয়—মানুহজনে কি বিচাৰিছে? হয়তো শান্তি বিচাৰিছে। তাই মানুহজনক একো আমনি নকৰি লেম্পটো লৈ ওচৰৰ কোঠাটোলৈ গুচি যায়। জিনটিয়ে গোটেই ৰাতি শুব নোৱাৰে। —তাই পাচফালৰ বাৰান্দাটোতে চাটি-ফুটি কৈ বহি থাকে। এনে এটা আচৰিত মানুহৰ সান্নিধ্য তাই আজিলৈকে পোৱা নাই। তাই বহি থাকে অকলে অকলে, নিশাটো আগবাঢ়ি যায়। এবাৰ তাই মনে মনে মানুহজনেনো কি কৰিছে চাবলৈ আহি দেখে যে মানুহজনে ওচৰত থকা ইখন চকীও নি ভৰিছুটা তুলি সৰু লৰা এটা শোৱাদি শুই আছে। তাই ওচৰৰ কোঠাত কমাই থোৱা লেম্পটো আনি মানুহজনৰ মুখখন এবাৰ ওচৰৰ পৰা চায়। মানুহজনক তাইৰ নিচেই কমবয়সীয়া যেন লাগে। তাই অনুমান কৰে তাইতকৈ অন্ততঃ মানুহজন ছুই এবছৰৰ সৰু হব; নহলেও মানুহজনৰ বয়স তাইৰ সমানেই হব। কিয় জানো মানুহজনক তাইৰ নিজৰ ভায়েকৰ নিচিনা লাগি যায়। তাই মানুহজনৰ ভৰিৰ পৰা আলফুলকৈ জোতাযোৰ খুলি দিয়ে। ভয়ে ভয়ে কপালৰ আগত বিৰিঙি থকা ঘামৰ টোপালবোৰ তাইৰ চাদৰৰ আগটোৰে মুচি দিয়ে। সৰু

লৰাটোৰ দৰে শুইথকা মানুহটোক তাইৰ বিছনা এখন পাৰি আলফুলকৈ শুৱাই দিবৰ মন যায় ; কিন্তু মানুহজনে সাৰ পাব বুলি তাই মনে মনে অনিচ্ছাস্বত্বেও কোঠাটোৰ পৰা ওলাই যায়। তাইৰ মনতো কিয়জানো বৰ পাতল পাতল যেন লাগে।— হয়তো ভাই-ককাই বুলি কাৰোবাক ভাবিব পৰা শক্তিটো ঘূৰি অহাৰ পৰাই তাইৰ তেনে লাগে। ইমান দিনে ভুলে-চুকেওটো তাই কাকো নিজৰ ভাই-ককাই বুলি ভাবিবলৈ যত্ন কৰা নাই। কথাবোৰ ভাবি ভাবি বাৰান্দাৰ চকীখনতে বহি থাকোঁতে তাইৰ টোপনি ধৰে। বহুত ৰাতি হঠাৎ টোপনি ভাঙি গ'লত বাহিৰৰ কোঠাত শুই থকা মানুহজনৰ কথা মনত পৰাত তাই লৰালৰিকৈ বাহিৰলৈ ওলাই আহি দেখে যে মানুহজন কেতিয়াবাই গুছি গৈছে। ওচৰৰ টেবুলখনৰ ওপৰত এখন দহ টকাৰ নোট শিলগুটি এটাৰে হেচা দি এৰি গৈছে। মানুহজন গুছি যোৱাত তাইৰ মনটো কিয়জানো বেয়া লাগি যায়। মানুহজনে বন্ধ কৰি থৈ যোৱা দুৱাৰ খন খুলি এবাৰ বাহিৰৰ আন্ধাৰবোৰৰ বুকুত মানুহজনৰ অস্তিত্ব বিচাৰি চায়—কিন্তু মনিব নোৱাৰা এন্ধাৰবোৰৰ বাহিৰে একো দেখিবলৈ নেপায়। তাই কিছুসময় বাহিৰলৈ চাই ৰয়—কাষৰ গলিটোত কুকুৰ দুটাই ভুকি উঠে। তাই দুৱাৰখন বন্ধ কৰি দিয়ে।

ৰাতিপুৱা ঠাই সাৰিবলৈ গৈ লিগিৰীজনীয়ে চকীখনৰ তলত পৰি থকা এটা নীলা খাম আনি জিনটিৰ হাতত দিয়েহি। জিনটিয়ে খামটো মেলি চাই দেখে যে তাৰ ভিতৰত এখন চিঠি



আছে—। চিঠিখন ক'ৰ পৰা আহিব পাৰে জিনটিয়ে এবাৰ কল্পনা কৰি চায়। তাইৰ মনত পৰে যোৱা ৰাতিৰ অদ্ভুত আলহী জনৰ কথা। বোধকৰোঁ কেনেবাকৈ তেওঁৰ জেপৰ পৰাই সেইখন পৰি গল। কথাটো ভবাৰ লগে লগেই জিনটিৰ মনটো ভাল লাগি যায়। মানুহজনে কিজানি চিঠিখন বিচাৰি আকৌ এবাৰ আহেই....। চিঠিখনত নো কি আছে তাইৰ পঢ়ি চাবৰ মন যায়। কিন্তু তাইযে পঢ়িব নাজানে। তাই লিগিৰীজনী পঠিয়াই ওচৰৰ ঘৰৰ ৰাণীক মতাই আনে চিঠিখন পঢ়িবলৈ—ৰাণীয়ে চিঠিখন পঢ়ি যায়—

মৰমৰ বীৰুদাদা—,

মোৰ চিঠিখন তুমি যেতিয়া পাবা তেতিয়া মই তোমাৰ পৰা বহুত দূৰ দূৰলৈ গুচি যাম চিৰদিনৰ কাৰণে। তোমাৰ মৰমৰ কৰবীজনী হেৰাই যোৱাৰ বেজাৰত তুমি হয়তো বলিয়াই হৈ যাবা—কিন্তু, মোৰ যে অন্যবাট আৰু নাছিল—। যিদিনাই তোমাৰ কাষৰ পৰা আঁতৰাই দেউতাহঁতে মোৰ ইচ্ছাৰ বিৰুদ্ধেও মোক অন্য এজনৰ লগত বিয়া দিলে সেইদিনাই মোৰ জীৱনৰ এটা নতুন অধ্যায়ৰ আৰম্ভ হ'ল। জীৱনত এদিনৰ কাৰণেও তোমাক পাহৰিব নোৱাৰাটোৱেই মোৰ কাল হৈ পৰিল। প্ৰতিটো পলকতে তোমাৰ ছবিটো চকুৰ আগত লই মই বাৰু কেনেকৈ আন এজন মানুহৰ অন্তৰত শান্তি দিওঁ।—মোৰ চকুপানীবোৰে মোৰ সকলো সুখকে ধুই নিবলৈ ধৰিলে—। তুমি মোক ইমান বুজালাঁ, তথাপি যে মই নিজক চম্ভালিব

নোৱাৰিলোঁ। তাৰ কাৰণে মই তোমাৰ ওচৰত আজি শেষ বাবৰ কাৰণে ক্ষমা খুজিছোঁ।

মই বেচকৈ উপলব্ধি কৰিব পাৰিছিলোঁ যে মোক নেপালে তুমি কেনেকুৱা হৈ যাবা। বাহ্যিক এটা গাম্ভীর্য্য বজাই ৰাখিলেও ভিতৰি ভিতৰি পুৰি শেষ হৈ যাবলৈ ওলোৱা মানুহটোক মই চিনি নোপোৱাকৈ নাছিলোঁ। সেইদিনা তোমাক যেতিয়া ঘৰত লগ পাইছিলোঁ তোমাৰ চেহেৰাটো দেখি মইটো আচৰিতেই হৈ গৈছিলোঁ—। তোমাৰ বিছনাখনত পৰি মই সেইদিনা কান্দিছিলোঁও। তোমাৰ মুখৰ পৰা এষাৰো কথা সেইদিনা ওলাই নাহিল—মই "যাওঁ" বুলি কবৰ সময়ত তোমাৰ চকুদুটাক তুমি বাধা দি ৰাখিব নোৱাৰিছিলা—। মোৰ নিচিনা সাধাৰণ ছোৱালী এজনীক তুমি কিয় ইমান ভাল পাই পেলাইছিলা ? মই তোমাক ইমান কৈ বিয়া কৰাবলৈ খাটিলোঁ তুমি মোৰ কথাৰ উত্তৰেই নিদিলা—। মাহীদেউহঁতক তুমি হেনো স্পষ্ট উত্তৰ দিছা যে তুমি হেনো বিয়া নকৰোৱাঁ। মোৰ ওপৰত তোমাৰ অভিমান এই জীৱনত শেষ নহয় জানো ? মই জীয়াই থাকিলে তোমাৰ স্মৃতিবোৰে মোকো বলিয়া কৰি তুলিব—সেই কাৰণে মই এইটো উপায় বাচি ললোঁ। জানো তুমি মোক ক্ষমা নকৰা ; কিন্তু তোমাৰ কৰবীয়ে যেন চিৰকাল তোমাৰ ক্ষমা বিচাৰি ৰব পাৰে তাকে আশীৰ্ব্বাদ কৰিবা—।

ইতি—

তোমাৰ "কৰু"।



চিঠি খন শুনি জিনটিৰ আগনিশাৰ আলহীজনৰ কথা মনত পৰে—মানুহজনৰ কোমল মুখখন তাইৰ মনত জিলিকি উঠে।—মানুহজনে জীৱনত বোধকৰোঁ দ্বিতীয়বাৰ ডাঙৰ আঘাত পালে। মানুহজনৰ অশান্তিৰ কাৰণটো তাই বুজিব পাৰে—। অচিনাকী কৰবী জনীলৈ তাইৰ বুকুখন সমানুভূতিত সেমেকি উঠে—। সঁচাকৈয়ে কৰবাজনীয়ে উচিতেই কৰিলে। এজনী তিৰোতাই দুজন মানুহকটো একেলগে অন্তৰদান কৰিব নোৱাৰে—। কৰবীয়ে নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ হয়তো আত্মহত্যা কৰিলে! তাইৰ নিভাজ প্ৰেমবোৰ চিঠিখনৰ প্ৰতি আখৰবোৰৰ মাজত যেন মূৰ্ত্ত হৈ উঠে—। মানুহে যে মানুহক ইমান নিবিড়ভাৱে ভাল পাব পাৰে তাই কল্পনাই কৰিব নোৱাৰিছিল—।

তাইৰ নিজৰ অৱস্থাটোলৈ ভাবি জিনটিৰো আজি আত্মহত্যা কৰিবৰ মন যায়। এজনী ছোৱালীয়ে দুজন মানুহক অন্তৰ দিব লগা হোৱাতেই আত্মহত্যা কৰিলে ; কিন্তু তাই—তাইতো কতজনক টকাৰ কাৰণে নিজৰ অন্তৰ বিক্ৰী কৰিছে। তাইতো ভুলতো এদিনো এইবোৰ কথা ভাবি চোৱা নাই—। তাইৰ গলিটোৰ বাতাবৰণে হয়তো তাইক ইমানদিনে এইবোৰ ভাবিবলৈ সুবিধা দিয়া নাছিল—। কিন্তু আজি অভিজ্ঞতাবোৰে তাইক জীৱনৰ এটাক আনটো ফালৰ লগত সমন্ধ ঘটাই দিছে। দেখিও নেদেখা, শুনিও নুশুনা কথাবোৰ আজি তাইৰ আগত স্পষ্ট হৈ ধৰা দিছে। এই গৰ্হিত নিৰ্লজ্য জীৱনটোৰ অধিকাৰিণীৰ

আগত আজি ভৱিষ্যতটোৱে সঁহাৰি দি উঠিছে। ৰূপ-যৌৱন যিদিনা গাৰ পৰা খহি যাব সেইদিনা তাই কি লৈ জীয়াই থাকিব—কোনে তাইক খুৱাব—এই প্ৰশ্নবোৰ তাইৰ আগত আজি জীৱন্ত হৈ উঠিছে—। তাই ভাবে যি মানুহে বৰ্ত্তমানতে ভৱিষ্যতৰ কোনো এটা সমল গোটাব নোৱাৰে সি জীয়াই থাকিবৰে যোগ্য নহয়.....।

সাত বছৰৰ আগতে যেনেকৈ এদিন আন্ধাৰৰ আঁৰত চৈধ্য বছৰীয়া জিনটি জনী ঘৰৰ পৰা পলাই আহিছিল আজি সাত বছৰৰ মূৰত বাইশ বছৰীয়া জিনটিজনী আকৌ আন্ধাৰৰ বুকুত শেষ হৈ গ'ল—কোনেও তাইৰ উৱাদিহেই নেপালে—।

---

# স্মৃতিৰ অন্তৰালত

শৰতৰ শেৱালীৰ গোন্ধ কঢ়িয়াই অনা মৃদু বতাহ জাক, ৰূপালী কুঁৱলী ফালি সোণালী সূৰুযৰ ঋজু ৰেখাবোৰ খিৰিকীৰ মুখত বৈ থাকিলেও বয়স আৰু ৰোগৰ হেঁচাত জুৰুলা হোৱা প্ৰকাশ চৌধাৰী বিছনাৰ পৰা নুঠে—। জীৱনৰ ষাঠিটা শৰত কাল, ষাঠিটা বসন্ত কাল আজিৰ লগত ৰিজাই চালে চৌধাৰীৰ মনলৈ শোকৰ বান আহে। 'কলৰিজৰ' দৰে জীৱন যৌৱনক ধৰি ৰাখিবলৈ কৰা চেষ্টা তেওঁৰ মিছা হয়। সঘনে আমনি কৰা আলহীৰ দৰে তেওঁৰ জীৱনলৈ অবাঞ্চিতৰূপে বাৰ্দ্ধক্য আহি পৰে—। শেৱালী ফুল আৰু দুবৰি দলিচাত চৌধাৰীয়ে সপোন বিচাৰি নাপায়—। জাৰৰ লগে লগে মৃত্যুৰ বুকুলৈ আগবঢ়া শেৱালীৰ হালধীয়া পৰিব খোজা পাতবোৰ দেখিলে তেওঁৰ মনৰ গভীৰতম কোণত ভাবনা জাগে—মানুহৰ জীৱন যৌৱনো বাৰ্দ্ধক্যত শেৱালীৰ হালধীয়া পৰিব খোজা পাতখিলাই। শেৱালীফুলৰ জীৱনৰ ক্ষন্তেকীয়া স্মৃতি আছে। সেই স্মৃতি থৈ যায় তলৰ দুবৰি আৰু সৰি পৰিব খোজা পাত কেইটাত।

চৌধাৰীৰ কোঠাৰ ছুৱাৰ খুলি অপৰ্ণা সোমাই আহে। ডাঙৰ পালেংখনত ইফালে-সিফালে মেলখাই থকা কিতাপ কেইখন জপাই চেলফ্‌ত সজাই থৈ অপৰ্ণাই মাতে।—"দেউতা উঠক, বহুত দেৰি হ'ল নহয়। চাহ কৰিলোঁ।"

"এবা বহুত বেলিয়েই হ'ল—। সাৰ কেতিয়াবাই পালেও আজিকালি সোনকালে উঠিবই নোৱাৰোঁ। ভৰি-হাতবোৰ তেনেই জঠৰ হৈ পৰে—।" এটা এঙামুৰি দি চৌধৰীয়ে অপৰ্ণাৰ মুখলৈ চায়। কপালৰ ফোঁটটো আৰু শিৰৰ সেন্দুৰ কণৰ সৈতে অপৰ্ণাৰ মুখখন চৌধাৰীৰ আজি বৰ ভাল লাগে। ছুয়োখনেই ৰঙামুখ। এখন মুখত অস্তমিত সূৰুযৰ ম্লান ৰঙীণ আভা আৰু আনখন মুখত উদিত সূৰ্য্যৰ পলাশবুলীয়া ৰঙ।

"অপৰ্ণা! আৰু চাৰিদিনৰ পিছত তইতো গুচি যাবিগৈ। মই যে বৰ অকলশৰীয়া হৈ যাম। অকলশৰীয়া জীৱনটো বেয়া লাগিলেও, তোৰ সোণালী ভবিষ্যতটোক মই বান্ধি ৰাখিব নোৱাৰোঁ। প্ৰকৃতিক বাধা দিব নাপায়। মই বৰ বুঢ়া হৈ গলোঁ। ভৰিৰ অসাৰতাটো যেন বেছি হৈ গৈছে। তয়ো যাবি! ছুয়ো আমি যাত্ৰীয়েই ধৰ। তই যাবি তোৰ পথে, মই যাম মোৰ পথে। তোৰ পথ ভৱিষ্যত গঢ়াৰ আৰু মোৰ পথ ভৱিষ্যত ভঙাৰ। ছুয়ো একে ভৱিষ্যত হলেও ছুয়োটা কথা তেনেই বিপৰীত নহয়নে?" চৌধাৰীয়ে বিছনাৰ পৰা উঠি বুকুজ দালত পেষ্ট অকণ লগাই কয়। অপৰ্ণাৰ মনটো সেমেকি যায়! তাই চুলচুলীয়া চকুৰে কয়—"দেউতা আপুনি



যে কি কথাবোৰ কৈ পেলায়। মই আহি থাকিম নহয় মাজে মাজে। আপুনি ছুখ কৰে কিয়?" অপৰ্ণাই লাজ কৰিলেও এই আযাৰ কথা আজি তাই বাপেকক কৈ পেলায়। লাজত তাইৰ মুখখন আৰু ৰঙা হৈ পৰে। চাহ খোৱাৰ পিছত ডায়েৰীখনত চকু ফুৰাই চৌধাৰীয়ে অপৰ্ণাক কলে—"অপৰ্ণা! আজি মাৰৰ মৃত্যুতিথি। দিনটোৰ কথা পাহৰিয়েই গৈছিলোঁ— যাচোন মাৰৰ কোঠাৰ খিৰিকীবোৰ খুলি দেগৈ। কোঠাটো সজাই পেলা। মাৰৰ ফটোখনৰ তলত ছডাল ধূপ জ্বলাই দেগৈ—।" ইয়াকে কৈ চৌধাৰীয়ে এটি হুমুনিয়া কাঢ়িলে।

আকৌ এবছৰৰ মূৰত চৌধাৰীৰ মৃতপত্নী সন্ধ্যাৰ কোঠাৰ ছুৱাৰ মেল খালে। চৌধাৰীয়ে, পত্নীৰ মৃত্যুৰ দিনৰ পৰা আৰম্ভ কৰি আজি পাঁচ বছৰে ইয়াকে কৰিছে। স্মৃতিবিজৰিত কোঠাটো এই দিনা সজীৱ হৈ উঠে। সন্ধ্যাই ভালপোৱা বেডকভাৰ আৰু টেবুলক্লথ কিখন তেওঁ আজি পৰায়। সন্ধ্যাৰ অতিকৈ মৰমৰ কেচুৱা সদৃশ পুতলা কেইটাই আজিৰ দিনটোত যেন প্ৰাণ পাই উঠে। সিহঁতে যেন কাৰোবাৰ অভাৱ অনুভৱ কৰে। আজি পাঁচ বছৰৰ আগতে এই কোঠাটোতেই পুৱা শুই থকাৰ পৰা সন্ধ্যা আৰু নুঠিল। ইমান সুস্থ, সৰল মানুহজনী এদিনৰ জ্বৰতে শেষ হৈ গ'ল। ৰোগ নিৰ্ণয়ত ডাক্তৰে ইমানকে ক'লে "চেৰিব্ৰেল মেলেৰীয়া।"

প্ৰকাশ চৌধাৰীৰ গুৰিৰ পৰা সন্ধ্যা গুছি গ'ল তেওঁৰ জীৱন সন্ধিয়াৰ আগে আগেই—। কিন্তু বন্ধ্যাৰূপৰ গোপন

কলঙ্ক সন্ধ্যাৰ জীৱনত ৰৈ গ'ল। হয়তো তাক চৌধাৰী আৰু সন্ধ্যাৰ বাহিৰে কোনেও নেজানিছিল—কিয়নো জীৱনৰ বেছি ভাগ সময় প্ৰকাশ চৌধাৰীয়ে কটাইছিল কলিকতাৰ ওচৰৰ অঞ্চল এটাৰ কলেজ এখনত অধ্যাপকৰ চাকৰি কৰি। সন্ধ্যা আৰু চৌধাৰীৰ জীৱনত অপৰ্ণা হ'ল ৰাজনৈতিক সাঁথৰ।

"অপৰ্ণা তইতো যাবিগৈ।" ভালেখিনি নীৰৱতাৰ পিছত চৌধাৰীয়ে অপৰ্ণাক মাতি আনি আকৌ কবলৈ আৰম্ভ কৰে—"মাৰৰ মৃত্যুদিনত আজি মোৰ বহুতো কথা মনত পৰিছে। মনত পৰা কথাবোৰ গল্প নিচিনা হলেও সত্য। মোৰ লগত তোৰ সম্বন্ধৰ কথা ক'লে তই হয়তো অবিশ্বাসেই কৰিবি। তই ভাৰত বিভক্তৰ আগ জাননীৰ জীৱন্ত সাধু। অপৰ্ণা মই তোৰ জন্মদাতৃ পিতৃ নহওঁ আৰু সন্ধ্যাও তোৰ জন্মদাতৃ মাতৃ নহয়। আজি কেইবাবছৰৰো আগৰ দিন এটা। এটা বৰ অশুভ দিন—এটা কিয় বহুতেই। ভাৰতৰ আকাশত ক'লা ডাৱৰ। দেশত স্বাধীনতাৰ নামত হিন্দু-মুছলমানে নিজৰ ভিতৰতে কটাকটি কৰি ভাৰতৰ ৰাজপথ ৰাঙলী কৰিলে। ঢাকা, নোৱাখালী, কলিকতা, পাট্‌না আদিত তেজৰ বলীয়া বান উঠিল। আমি থকা গলিটোও ইয়াৰ বিষাক্ত বায়ুৰ পৰা মুক্ত নহ'ল। গলিটোত মানুহৰ আৰ্ত্তনাদ শুনিলোঁ। মোৰ চকুৰ আগতে দেখিলোঁ তহতঁৰ ঘৰলৈ কেইজনমান উদ্‌ভ্ৰান্ত মানুহ সোমাই গ'ল। এটা বিকট চিঞৰত সকলো শেষ হ'ল। কি কাৰণত কব নোৱাৰোঁ মোৰ ঘৰৰ পিনে দৃষ্টি নিক্ষেপ



কৰিয়েই দুৰ্ব্বৃত্ত কেইজন তাৰপৰা আঁতৰিল। হয়তো মানুহৰ কচাইখানাত দিনটো পৰিশ্ৰম কৰি কৰি সিহঁত ভাগৰি পৰিছিল। দুৰ্বৃত্ত কেইজন যোৱাৰ পিছত তহঁতৰ ঘৰত সোমাই দেখোঁ দুটা চিন্ন-ভিন্ন ৰক্তাক্ত দেহ মাটিত পৰি আছে। তোক অজ্ঞাত অৱস্থাত বিচাৰি পালোঁ এটা আলমাৰীৰ চুকত। মৃত্যুৰ মুখলৈকে ঠেলি দিবলৈ সিহঁতে হয়তো তোক দলিমাৰি দিছিল। কপালৰ কিবা ফেৰত তোৰ মাৰ দেউতাৰৰ লগতে তয়ো মৰণপথৰ যাত্ৰী নহলি। তোৰ তেতিয়া চাৰি বছৰ। সৰুৰে পৰা চাৰি বছৰীয়া হোৱালৈকে তই দিনটোৰ বেছি ভাগ সময় কটাইছিলি সন্ধ্যাৰ কোলাত। সন্ধ্যাৰ সন্তানহীন বুকুত তই আছিলি সান্তনাৰ উহঁ। সেই উহঁ শুকাই নগ'ল। সেইদিনা সেই নাৰকীয় ঘটনাৰ মাজৰ পৰা তোক তুলি আনি সন্ধ্যাৰ বুকুত সুমুৱাই দিলোঁ। নতুন পৰিয়ালত তোৰ নৱজন্মৰ ইতিহাস আৰম্ভ হ'ল—হয়তো তোৰ অজ্ঞাতে। তোৰ চাৰি বছৰীয়া মনটোৱে এই সকলোবোৰ কথাৰ আঁভ উলিয়াবৰ ক্ষমতা নাছিল—কাৰণেই সন্ধ্যাৰ মাতৃত্বই তোক তেনেই আপোন কৰি পেলালে। বিস্মৃতিৰ অন্তৰালত তোৰ দৰে হাজাৰ হাজাৰ পৰিয়ালৰ কেচা তেজৰ ইতিহাস বিভক্ত ভাৰতে সামৰি ললে। তোৰ জীৱনকাহিনী মই ইমান দিনে লুকুৱাই ৰাখিছিলোঁ—তোৰ মনত শোকৰ ছাঁ নেপেলাম বুলি ভাবিয়েই। সন্ধ্যাৰ শাৰীৰিক বন্ধ্যাবাধকতা দূৰ নহলেও তোৰ সান্নিধ্যত মানসিক বন্ধ্যা উদ্বিগ্নতা দূৰ হ'ল।

ৰাজনৈতিক উদ্দেশ্য সাধনত সাম্প্ৰদায়িক বলি নহবলৈ চিৰদিনৰ কাৰণে কলিকতা এৰি গুছি আহিলোঁ। আজিও নেপাহৰোঁ—মোৰ এজন মুছলমান বন্ধুৰ সহায়ত সন্ধ্যাক বোৰ্খা পিন্ধাই, নিজে মুছলমানৰ পোচাক পিন্ধি মুছলমানপ্ৰাধান্য সেই গলিটো সেই ৰাতিয়েই পাৰহৈ অসমলৈ বুলি ৰাওণা হলোঁ। আজি এঘাৰবছৰে তোক বুকুত বান্ধি ডাঙৰ কৰিছোঁ। পাচবছৰৰ আগতে সন্ধ্যাই আমাৰ ছুয়োকে এৰিলে। সন্তানৰ প্ৰতি কৰিবলগীয়া কৰ্ত্তব্য সন্ধ্যাই অৰণ্যে কৰি গ'ল। তোক নিচেই কমবয়সতে এজনৰ হাতত চমজাই দিলোঁ—নিকৰুণ বাস্তৱ বিলাকলৈ ভয় কৰি। তোৰ পিতৃমাতৃ আৰু সন্ধ্যাৰ দৰে ময়ো যদি অকলসৰে তোক এৰি গুচি যাওঁ তইতো তেতিয়া আৰু নিঠৰুৱা হবি। কবলৈ পাহৰিছোঁ অপৰ্ণা! তোৰ দেউতাৰৰ নাম আছিল অপৰেশ ৰায় আৰু মাৰৰ নাম আছিল প্ৰণীতা—" এই বুলি কৈয়েই চৌধাৰীয়ে কাকো খুলিবলৈ নিদিয়া আলমাৰিটোৰ বহুতো ফাইল বিচাৰি ৰঙা লেফাফা এটাৰ মাজৰ পৰা এখন ফটো উলিয়াই দিলে।

অপৰেশ আৰু প্ৰণীতাৰ জীৱন্ত ছবি। ফটোৰ পৰা মূৰ আঁতৰাই চৌধাৰীয়ে অপৰ্ণালৈ চালে। অপৰ্ণাই তেওঁৰ বুকুত মূৰ সুমুৰাই চকুলো টুকিছে। "নাকান্দিবি আই! সেৱা কৰ। জন্মদাতৃ পিতৃ মাতৃয়ে সন্তানৰ সেৱাৰ পৰা বঞ্চিত হব নাপায়।" চৌধাৰীৰ দোটোপাল চকুলো অপৰ্ণাৰ গালেদি বাগৰি আহি ফটোখনত পৰিলহি। ফুলনিৰ শেৱালী জোপাৰ, ঠাৰিৰ পৰা



ছিগি থকা এটা শেৱালী ফুল বতাহত সৰিপৰি গছৰ বুঢ়া পাত এখিলাত আশ্ৰয় লয়হি। চৌধাৰীৰ কোলাত চকু নেমেলাকৈ পৰি থাকি অপৰ্ণাই কলে, "মোৰ মূৰটো ঘূৰুৱা যেন লাগিছে দেউতা! মই সপোন দেখিছোঁ নেকি?" "সপোন নহয় জীয়া বাস্তৱ। নেকান্দিবি কান্দিলেতো অতীতক ঘূৰাই আনিব নোৱাৰ। ভাৰতৰ মাটিত হাজাৰ বিজাৰ অপৰেশ প্ৰণীতাৰ মৰ্ম্মান্তিক কাহিনী মিহলি হৈ গ'ল। তইতো আজি বহুত পলমকৈ চকুলো টুকিছ। ভাৰত আৰু পাকিস্থানৰ মুক্ত আকাশৰ বায়ুত কত শত অপৰ্ণাৰ হিয়া বিদৰা কান্দোন ধ্বনিৰ আজিও প্ৰতিধ্বনি উঠে।" "দেউতা।" অপৰ্ণাই চৌধাৰীৰ ভৰিত সাৱট মাৰি ধৰিলে। ফটোখনৰ এটা চুকত লিখি থোৱা তাৰিখ এটালৈ তেওঁৰ চকুপৰে 'বিশ আহিন—।' চৌধাৰী উচপ খাই উঠে। "অপৰ্ণা! আজি তোৰ জন্মদাতৃ পিতৃমাতৃৰো মৃত্যুদিন। মাৰৰ ফটোৰ লগত জন্মদাতৃ পিতৃমাতৃৰ ফটোখনো আঁৰিদে। নিকৰুণ অতীতটো নিৰ্ব্বাক ইতিহাস হিচাবে জিলিকি থাওক।" ফটোখন বুকুত সাৱটি কান্দি কান্দি সন্ধ্যাৰ কোঠালৈ অপৰ্ণা সোমাই যায়। সন্ধ্যাৰ ফটোখনৰ ওচৰত ইখন ফ'টো আঁৰিদি আৰু ছুদাল ধূপ জ্বলাই দিয়ে। গজাল মৰাৰ শব্দত ওচৰৰ খুটাটোত থকা কুমাৰণী বাহটোৰ পৰা কুমাৰণী পোৱালী এটা উৰি যাবলৈ সাজু হয়। কৰুণ দৃষ্টিৰে চৌধাৰীয়ে নিজৰ কোঠাটোৰ পৰা এই গোটেই দৃশ্যটো চাই থাকে।

চাৰিদিনৰ পিছত অপৰ্ণাৰ পতিগৃহ যাত্ৰাৰ দিন। ঘৰৰ সকলো দিহা বুজাই দি, আলমাৰি বাকচ আদিৰ ছাবি তাই দেউতাকক চমজাই দিয়ে। "এৰা আই, তই মোক চমজাই দিয়াতকৈ মাৰক চমজাই দিব পৰাহেঁতেন......।" অপৰ্ণাই হুকুহুককৈ কান্দি পেলালে। প্ৰকাশ চৌধাৰীৰ দেৱতাসদৃশ অন্তৰখনলৈ তাই প্ৰতিদান কি দিব বিচাৰি নাপায়। অন্তৰ উবুৰিয়াই কৰা সেৱাইতো যথেষ্ট নহয়। "দেউতা! আপুনি যদি বেয়া নাপায় মই আপোনাক মোৰ লগত.. ..।" "তই কি কবলৈ বিচাৰিছ মই বুজিছোঁ। মই নাযাওঁ অপৰ্ণা। সেইটো সমাজত নচলা কথা। পিতৃভিঠা এৰিব নাপায় নহয়। এৰিথৈ যোৱা পিতৃভিঠালৈ বহুত বছৰৰ মূৰত ঘূৰি আহিছোঁ যেতিয়া ইয়াতেই জীৱনৰ অন্তিম দিনলৈ...। অন্তৰ ভৰি আশীৰ্ব্বাদ কৰিছোঁ নতুন জীৱনৰ সান্নিধ্যত তোৰ জীৱন মধুময় হওক। মোৰনো বিশেষ কি কষ্ট হব। ৰূপাইৰ শুশ্ৰূষাৰ পৰা মই কোনো দিনেই বঞ্চিত হোৱা নাই।" "দেউতা! আপোনাৰ খোৱা-বোৱাৰ সাৱধান লবলৈ ৰূপাইক দঢ়াই দঢ়াই কৈছোঁ। কাৰা চাহবোৰ বৰকৈ নাখাব"—অনুৰোধৰ সুৰত অপৰ্ণাই দেউতাকক কয়।

অপৰ্ণাক আগবঢ়াই থবলৈ প্ৰকাশ চৌধাৰী ষ্টেচনলৈ আগবাঢ়ি গ'ল। অপৰ্ণাক ডিঙিত সাৱটি ধৰি চৌধাৰীয়ে অন্তৰভেদি অহা এটি হুমুনিয়াৰে বিদায় দিলে। দীঘল উকি মাৰি দূৰণিৰ যাত্ৰাপথ উদ্দ্যেশি ৰেলখন আগবাঢ়ি যায়। ৰেলখন নেদেখা হোৱালৈকে লাঠীত ভৰদি তেওঁ একান্ত



মনেৰে ৰেলখনলৈ চাই থাকিল।—"দেউতা! টেক্সী যাব খুজিছে।" ৰূপাইয়ে চৌধাৰীৰ জড়তা ভাঙে।

অপৰ্ণাহীন ঘৰখন চৌধাৰীৰ বেয়া লাগিল। তেওঁৰ ঘৰখন যেন মৰিশালিত পৰিণত হ'ল। ঘৰখনৰ পৰা আজিহে যেন সকলো হেৰাই গ'ল। নিজৰ কোঠাত সোমাই চৌধাৰী আওজা চকীখনত বহি পৰিল। "ৰূপাই একাপ চাহ কৰি আনিবিচোন। বৰ কাৰা চাহ নকৰিবি। অপৰ্ণাই যাবৰ সময়তো মানা কৰি গৈছে।" সেমেকি যোৱা মনটো পাতল কৰিবৰ কাৰণে চৌধাৰীয়ে চেলফৰ পৰা কিতাপ এখন টান মাৰি আনিলে—"ইণ্ডিয়া ডিভাইডেড্"। যাবৰ সময়ৰ সন্ধ্যাৰ কোঠাত অৰ্পণাই জ্বলাই যোৱা ধূপ চাৰিদাল তেতিয়াও জ্বলি আছিল। ধূপৰ এটা স্নিগ্ধ গোন্ধ তেওঁৰ নাকত লাগেহি। তেতিয়া, দিনটোৰ অবিৰাম পৰিশ্ৰমৰ পিচত পশ্চিম আকাশত বুৰিব খোজা ক্লান্ত সূৰুজটো ধীৰ শান্ত ভাৱেৰে ৰঙা হৈ পৰিছে।

— —

# বগা নিচান ৰঙা তেজ

(১) "পচুমৰ পাঁহি সবে, বসন্ত লেৰেলি পৰে, মাৰ যায় তৰা।"

(২) কলেজৰ অধ্যাপকৰ "এফিচিয়েন্চি অব লেবাৰ আৰু 'লাই চা ফাৰ' থিয়ৰীৰ বক্তৃতা—ইউনিভাৰছিটীৰ প্ৰশ্ন।

(৩) আত্মা ক'ৰ পৰা আহিছিল, মৰাৰ পিছত কলৈ যাব ? ?

(৪) "৪২০"—ৰাজকাপুৰ, নাৰ্গিছ।

(৫) বক্তৃতা—কৰিব লাগে।

(৬ ফৰাচী বিপ্লৱ।

কৱিতাই ৰহিমৰ প্ৰাণত একো অনুকম্পা নজগায়। গণেশ গগৈয়ে কৱিতা লিখিছিল, বৰুৱাই কৱিতা লিখে। বৰুৱাই ছুৱৰাক সমালোচনা কৰিলেও, ৰহিম কলৈ গৈ পুৱাৰ পৰা গধূলালৈ কাম কৰিব লাগিব। বৰুৱাই অল্ ইণ্ডিয়া ৰেডিঅ'ত কৱিতা আবৃত্তি কৰিলেও ৰহিম কামলৈ এদিন যাব নোৱাৰিলেই মালিকে তাৰ দৰমহা কাটিব। ৰহিমে যদি দেশ উভৈনদী হোৱা বক্তা সকলৰ দৰে জীৱনত সুবিধা পালেহেঁতেন সি ও



নিশ্চয় কলেহেতেঁন—"কৱিতা এটা শ্ৰেণীৰ বস্তু।" তাহানিখনৰ পৰা কিমান হাজাৰ কলেজত, কিমান হাজাৰ প্ৰফেছাৰে কিমান হাজাৰ লৰাছোৱালী আগত বহুৱাই লৈ 'এফিচিয়েন্চি অব লেবাৰ' আৰু 'লা—চা—ফা'ৰ থিয়ৰীৰ বক্তৃতা মাৰিছে তাৰ লেখজোখ নাই। কলেজীয়া লৰাছোৱালীয়ে বুকুত ভয় লৈ লৈ কিমান অৰ্থ-নীতিৰ, কিমান ইউনিভাৰছিটীৰ প্ৰশ্নৰ উত্তৰ লিখিছে তাৰ সীমা সংখ্যা নাই। কিন্তু কিতাপৰ অৰ্থনীতিয়ে ৰহিমৰ একো কৰিব পৰা নাই। আজি কুৰি বছৰে সি একেটা মিলতে কাম কৰিছে—তাৰ এফিছিয়েন্চি কিমান বাঢ়িছে তাক জানিবৰ একো উপায় নাই। তাৰ কপালৰ টোপা টোপে ঘাম মাটিত পেলাই—সি বস্তু উৎপন্ন কৰিছে। বজাৰত সেইয়া সৰহ দামত বিক্ৰী হৈছে—মালিকে পইচা পাইছে। (জীৱনী-সংগ্ৰহত বোধকৰোঁ মাৰ্কসৰ জীৱনী সংগৃহীত হব।) দৰ্শনে ৰহিমক যদি ভাবুক কৰি পৃথিবীৰ পৰা আঁতৰি যাবলৈ শিকালেহেঁতেন তেতিয়া হলে তাৰ ঘৰৰ বুঢ়ীমাক, সৰু এটা ভায়েক আৰু দুজনী ভনীয়েকে হয়তো সমস্যাৰ ককালভঙা বোজা সহিব নোৱাৰি নিজকে বেচিব বেচিব লাগিলেহেঁতেন। এই জন্মত ভাল কাম কৰিলে তুমি মৰাৰ পিছত ভাল হৈ জন্ম লাভ কৰিবা। এই জন্মত ভাল কাম কৰিবলৈ ৰহিমৰ সুবিধা ক'ত ? দিন দিন জীৱনযাত্ৰাৰ সমস্যাবোৰে তাৰ দুৱাৰত যেনেকৈ ঢকিয়ায়, তাৰ সমস্যাবোৰে কিছুমান অবাঞ্ছিত কামৰ কাৰণে যেনেকৈ তাক আহ্বান জনায় আৰু যদি ৰহিমে সেই শব্দ শুনি

দুৱাৰখন খুলি দিয়ে ৰহিমক দোষ দিব লগীয়া একো নাই। ত্যাগৰ বিনিময়ত কষ্ট কোনে কিমান সহ্য কৰিব পাৰে? ৰহিমতো গোটেই জীৱন ত্যাগেই কৰিছে। কৰবাত থকা স্বৰ্গ এখনৰ কথা যদি আঙুলিয়াই কোনোৱাই এই জীৱনটোক পাহৰি থাকিবলৈ শিকায় তেন্তে সেই বিলাক কাপুৰুষ। এই নিৰাশাৰে আৱৰা ৰহিমৰ আকাশখনত অলপ আশাৰ ৰেঙণি আহে সেইদিনা যিদিনা সি সৰু ভায়েকটো লগত লৈ চিনেমা চাবলৈ যায়। চিনেমাবোৰ চায় সি ভাল পায়। আজৰি সময়ত হিন্দী কাকতখনৰ ওপৰত চকু ফুৰালে সি কেতিয়াবা দেখে নাৰ্গিছ ৰাজকাপুৰৰ ডাঙৰ ডাঙৰ ফটোবোৰ। নাৰ্গিছক সি বহুমূলীয়া সাজপোচাকেৰে দেখে।—ৰাজকাপুৰক সি প্ৰকাণ্ড গাড়ী এখনৰ কাষত থিয় হৈ থকা, কেতিয়াবা চলোৱা দেখে—, তলৰ লিখাকণ পঢ়ি সি জানে সেইখন হেনো ৰাজকাপুৰৰ নিজ গাড়ী।

"Many sell dream, some sell reality"—Rajkapoor তেন্তে কিয়? সেই একেখন কাগজতে সি পঢ়িবলৈ পালে যে আৰ্. কে. ষ্টুডিঅ'ৰ নিম্ন কৰ্ম্মচাৰীবিলাকে ধৰ্ম্মঘট কৰিবলৈ ওলাইছে। ধৰ্ম্মঘট কৰিবলৈ ওলাইছে যেতিয়া নিশ্চয় সিহঁতৰ কিবা দাবী আছে। দাবী নেথাকিলে সিহঁতে কিয় ধৰ্ম্মঘট কৰিবলৈ ওলাব? বম্বে'ত ৰাজকাপুৰে নুবুজিলেও ইয়াৰ পৰাই যেন সি সিহঁতৰ দাবীবোৰ বুজিছে।

সেইদিনা ৰহিমকে আদিকৰি প্ৰায় দহটামান বন্দুৱাক ছুটী দিছে বাহিৰত কাম কৰিবলৈ। মিউনিচিপেলিটিৰ চেয়াৰমেনে



মালিকক কৈছিল। সেই কথামতেই ৰহিম আৰু বাকী নজন বন্দুৱাই আজি বাহিৰত কাম কৰিবলগীয়া হৈছে। কথাটো যে সিহঁতৰ নতুন নতুন লাগিল। কিয় আজি হঠাৎ টাউনখন চাফা কৰিবলগীয়া হ'ল? কিয় বছেৰেক ধৰি ময়লা হৈ পৰি থকা খাল ডোঃ বোৰ আজি নিকা কৰিব লগীয়া হ'ল? কিয় ডৱা ডৱা কচুৱনী কাটিবলগীয়া হল? কিয় ফাগুনৰ পছোৱাই বিছুৰ বতৰা নানি খোজকাঢ়ি ফুৰা মানুহৰ নাকে মুখে সুমুৱা ধূলিৰে ভৰা বাটবোৰত পানী দিব লগীয়া হ'ল? কিয় ডোখৰ ডোখৰ হৈ ছিঙি পৰা বাটটোত মাটি দিব লগীয়া হ'ল? কিয় কাৰেঙলৈ যোৱা দলংখন ৰাতি ৰাতি কাম কৰি ভাল কৰিব লগীয়া হল? কিয় ৰাতিৰ ভিতৰতে আকাশলঙ্ঘা এখন গেট তৈয়াৰ কৰিব লগীয়া হ'ল?—চাৰি আলিত ৰৈ থকা পুলিচজনক সুধি সিহঁতে জানিব পাৰিলে যে আজি কোনোবা নেতা আহিব বোলে। কিয় আহিব, কি কৰিবলৈ আহিব সেইবোৰ ৰহিমহঁতে জানিবলৈ কোনো ইচ্ছা প্ৰকাশ নকৰিলে;—কাৰণ সিহঁতে দেখিছে এনেকৈয়ে বহুতো নেতা আহিছে আৰু গৈছে। বহুত নেতাৰ বক্তৃতাও সিহঁতে শুনিছে। কাম কৰি থাকোঁতেই সেই পিনেদিয়েই চাইকেল মাৰি যোৱা মতিৰাম স্কুল মাষ্টৰক দেখি ৰহিমে সুধিলে, "আজি মাষ্টৰবাবু কোন আহিব? আজিৰ পৰা আমাৰ এইবোৰ ভাল হৈ যাব নহয়—আমি বৰ হাবি জঙ্গলত থকাদি আছোঁ।" মাষ্টৰ জনক সি আগৰপৰাই চিনি পায়। মতিৰাম মাষ্টৰে মাথোন চাইকেলৰ ফুটষ্টেপত ভৰিটো

দি উঠাৰ লগে লগে ক'লে—"এইবোৰ এনেকৈ থাকিব ৰহিম। কোনেও ভাল কৰি নিদিয়ে।—ভাল কৰিবলৈ হলে নিজেই ভাল কৰি লব লাগিব।" ৰহিমে অলপ দেৰি মতিমাষ্টৰৰ কথাষাৰ ভাবিলে। তাৰ পিছত, সি ভাবিবলৈকো এৰি দিলে —সি কথাষাৰ একো বুজি নেপালে –।

নেতাজন আহিল।

আবেলি বিৰাট ৰাজহুৱা সভা—। পথাৰলৈ সোমাই যোৱা বাটত একোখন ডাঙৰ ডাঙৰ গেট, পথাৰৰ মাজত এটা বৰ ডাঙৰ পেণ্ডেল, পেণ্ডেলৰ চাৰিওকাষে ভাগ ভাগ,—মহিলাৰ কাৰণে, বাতৰি কাকতৰ খবৰ যোগনীয়াৰ কাৰণে, ডাঙৰ ডাঙৰ চৰকাৰী চাকৰিয়ালৰ কাৰণে, নগৰৰ বিশিষ্ট নাগৰিক সকলৰ কাৰণে। ৰহিমহতঁৰ দলটোৰ কাৰণে তাত এডোখৰ ঠাই নাই। সিহঁতে ঠাই বিচাৰি লব লাগিব। যিখন দেশত জনতাৰ জুপুৰি জুপুৰি ঘৰবোৰৰ পৰা আকাশৰ তৰা লিখিব পাৰি, যিখন দেশত সাধাৰণ মানুহৰ আশা-আকাঙ্খাবোৰত মকৰাই জাল গাথে যি খন দেশত খাবলৈ নাপাই পাহি পাহি কৰি মানুহৰ জীৱনবোৰ সৰি পৰে, যিখন দেশত কোনো কাহানিয়েই জীৱনৰ অঙ্ক নিমিলা স্কুল শিক্ষকে ত্যাগ কৰিব লাগে, সেইখন দেশত নেতা শুশ্রুষাৰ কাৰণে খৰাহীয়ে খৰাহীয়ে টকা খৰচ কৰাতো সভ্যতাৰ কলঙ্ক। ভাৰতবৰ্ষৰ ৰাজনীতিৰ বজাৰত গান্ধীজী অচল টকা। গান্ধীজীৰ দান স্বাধীনতাৰ লগে লগে শেষ হৈ গৈছে। স্বাধীন ভাৰতত গান্ধীজী দেৱতা। তেত্ৰিশকোটি দেৱতায়ো যেতিয়া ভাৰতবৰ্ষৰ নাম



নোহোৱা দলটোক একো কৰিব নোৱাৰিলে—গান্ধীজী দেৱতা হলে, গান্ধীজীয়েও নোৱাৰে।

—ৰহিম ঘৰলৈ আহে। সি কথাবোৰ ভাবিবহে পাৰে, উপলব্ধি কৰিব নোৱাৰে। দিনবোৰ গৈ থাকে। প্ৰত্যেকটো পাৰ হৈ যোৱা দিনে ৰহিমৰ কপালত বয়সৰ ৰেখাবোৰ আঁকি দিয়ে। ৰহিমৰ মাকৰ বৰ থং—বয়স উকলি গ'ল—সি ছোৱালী নানে। সদায় কৈ থকা কথাৰ ৰেপনি শুনি থাকিব নোৱাৰি এদিন মাকক সি স্পষ্ট কৈ দিলে, "মা! মই ছোৱালী নানোঁ। ছোৱালী আনিলে ভাইটোৱে আৰু ভনী দুজনীয়ে কষ্ট পাব। এতিয়া তইও কষ্ট পাইছ মই বুজিছোঁ। কিন্তু তোক কষ্ট দিলে তোৰ ওচৰত ক্ষমা আছে। কাৰণ তই মোৰ মা।"

সেইদিনাৰ পৰা বুঢ়ীয়ে আৰু পুতেকক ছোৱালী অনাৰ কথা নকয়।

এদিন আৰু এজন নেতা আহিছিল। ৰহিমে তেওঁৰ কথা শুনিবলৈ গৈছিল। সেইদিনা কিন্তু তাৰ বৰ আচৰিত লাগিছিল। এই নেতাজনক দেখোন কোনেও একো কৰা নাই, তেওঁ নিজেই আহিছিল, নিজেই বক্তৃতা দিছিল, সিহঁতৰ মালিকেও দেখোন এওঁৰ লগত কথাবাৰ্ত্তা পতা নাছিল। ৰহিমে নেতাজনৰ কথাবোৰ শুনিছিল। তেওঁ কথাবোৰ ইমান ভালকৈ কৈছে যে কেতিয়াবা উদ্বিগ্নতাত ৰহিমৰ চকু কেইটা ডাঙৰ হৈ পৰিছিল। নেতাজনে কিবা ফৰাচী বিপ্লৱৰ কথা কৈছিল। ৰহিমৰ নামটো মনত নেথাকিল, কিন্তু সি নেতাজনৰ কথাবোৰ উপলব্ধি কৰিলে।

তাৰ অন্তৰৰ একেবাৰে তলিত বৈ থকা সোঁতটো যেন আজি উধাওমুখি হৈ বৈ আহিব খুজিছে। ইমান দিনে আন্ধাৰে আৱৰি থকা মনটোত যেন নেতাজনৰ কথাবোৰ পোহৰৰ ঢল নমাদি নামি আহিল। সি ভাবিলে—হয়তো তাৰ মালিকৰ দুখন গাড়ী, তাৰ গাড়ী নাই নাই, কিন্তু তাৰ খাবলৈকো নাই। তাৰ খাবলৈ থকা হলে পুহমহীয়া জাৰতো কঁপি কঁপি কুজা হৈ হৈ তাৰ মাকে কিয় বনৰীয়া শাক বিচাৰি ফুৰিব।—সি ভাবিলে খুব সঁচা কথা—তাৰ আজি সমাজত স্থান ক'ত ? সেইদিনাই দেখোন নেতাজন আহোঁতে সিহঁতৰ মালিক সেই ওখ ঘৰটোত বহিবগৈ পাৰিছিল, কিন্তু সি আৰু তাৰ লগৰে ৰমজানে চাবলৈ যাওঁতে মানুহৰ হেঁচা ঠেলাত পুলিচৰ বাধা পাইছিল।—সি মানুহ জনৰ কথাবোৰ খুব ভালকৈ শুনিলে আৰু ভাবিলে—যদি সিহঁতেও ফৰাচীৰ মানুহবিলাকৰ দৰে বিপ্লৱ কৰে তেতিয়াহলে সিহঁতেও কিজানি কিবা কিবি অলপ কৰিব পাৰিব।

সি বিপ্লৱ কৰিব।---পথাৰখন এৰি সি ঘৰলৈ উলটি আহিছিল। বাটত আহোঁতে সি নেতাজনে একেবাৰে শেষত কোৱা কথা কেই আষাৰ বিষয়ে বৰকৈ সি ভাবিবলৈ ধৰিলে----নেতাজনে কৈছিল---"লেকিন ইয়ে কাম হাসিল কৰেনেলেকেলিয়ে হামলোক ছলনে হোগী য়হি ৰাস্তাসে, জো ৰাস্তা হমলোগোকে গান্ধীজীনে দিখায়ে থে—।"

সেইদিনা বতৰটো বৰ বেয়া আছিল। ফেৰফেৰীয়া বতাহ। ক'লা ক'লা ডোখৰ ডোখৰ ডাৱৰ আৰু ডাৱৰৰ পাতলিত ৰূপালী



বিজুলীবোৰ। ৰহিম ঘৰ সোমোৱাৰ অলপ পিছতেই ডাঙৰ ৰৰষুণ এজাক আহিল। অহাহলে বাটতে সি তেনেই তিতিলেহেঁতেন।

ৰাতি ৰহিমে এটা সপোন দেখিলে। সিহঁতৰ মিলৰ আগফালটো। এজাক মানুহ গোট খাইছে। মানুহবোৰ সি ভালকৈ চিনি পোৱা নাই। সি নিজকে সকলোৰে আগত দেখিছে। তাৰ হাতত এখন বগা নিচান। সি নিচান খন হাতত লৈ কাৰবাক কিবা এটা কব খোজোঁতেই---মাকৰ মাতটো শুনি সি হঠাৎ সাৰ পাই গ'ল।

"কি হ'ল মা ?"

"পানী পৰিছেঅ' ওপৰৰ পৰা।"

কথাষাৰ শুনি ৰহিম উঠি গৈ মাকক উঠাই আনি তাৰফালে শুবলৈ দিলে আৰু সি মাকৰ ঠাইত শুলে। মাক শোৱাৰ পিনে চালখন উকখিছিল।

ৰহিমে আজি কালি কথাবোৰ ভাবি থাকে। যিমানেই সি ভাবিলে সিমানেই সি কথাবোৰ বেছিকৈ বুজি যাবলৈ ধৰিলে। গোটেই কথাবোৰৰ এটা পৰিষ্কাৰ ছবি তাৰ মনত ভাহি উঠিল। যিমানেই সি ভাবিবলৈ ধৰিলে সিমানেই সি নোহোৱা দলটোৰ নোহোৱা ৰূপটো বেছিকৈ উপলব্ধি কৰিবলৈ ধৰিলে। সি আজিকালি কেতিয়াবা তাৰ লগত কামকৰা মানুহবোৰক তাৰ কথাবোৰ কয়। কিছুমানে তাৰকথা শুনে। কিছুমানে তাক উপলুঙা কৰে। লগৰ কোনোবাই তাক উপলুঙা

কৰিলে সি শুনি থাকে। একো নকয়। সি মাথোঁন তাৰ কৰ-লগীয়া খিনি কৈ যায়। তাৰ বাহিৰৰ শান্তৰূপটোৰ ভিতৰত যে একুৰা জুই জ্বলিব লাগিছে।

সিহঁতে এদিন ঠিক কৰি পেলালে যে সিহঁতে কামলৈ কেইবাদিনো নাযায়। ৰহিমে লগৰবোৰক কৈছিল—"আমি কামলৈ নাযাওঁ। সিহঁতে জানো অকলে কল চলাব পাৰিব। মেচিনৰ লগত আমাৰ বাউসীৰ বলো সোমাই আছে।"—সিহঁত যিদিনা কামলৈ নাযায়, সেইদিনটোৰ এদিন আগতে মেনেজাৰে সিহঁতৰ আয়োজনৰ কথা গম পালে। মেনেজাৰে জানে—এইবোৰ আঠুৱাঁৰ তলৰ মহ। সিহঁতক আকৌ ঘূৰাই আনিবলৈ বেছি সময় নেলাগিব। তথাপিতো তেওঁৰ আকাঙ্ক্ষিত মনটোৱে কথাবোৰ সহজে লব নোৱাৰাৰ কাৰণেই এদিন আগতেই পুলিচক খবৰটো দি থলে। মেনেজাৰ, মালিক, এওঁলোকে মাথোন নিজেই খাইছে, কৰবাত কিবা দান কৰিছে যদিও সেইবোৰ স্বাৰ্থৰ দান। অন্তৰত বিপ্লৱৰ স্ফুঁতি শুকাই গৈছে। গতিকেই তেওঁলোকে নুবুজে উদং পেটত গঢ়ি উঠা বিপ্লৱৰ বানক ভেটা দিয়া টান।

ৰহিমে একো বিপ্লৱ কৰিব নোৱাৰিলে। এই সকলোবোৰৰ গুৰি ৰহিম বুলিয়েই তাক পুলিচে ধৰি লৈ গ'ল বিচাৰৰ মতে ঠিক হল সি বোলে কাৰবাৰ তেজ বিচাৰিছিল। তাৰ ফাটেক হ'ল কেইবামাহো। জেইলৰ ভিতৰত ৰহিম বলিয়া হোৱাদি হ'ল। সি দুখ পালে, তাৰ অন্তৰখনক



আইনে ভুল আখ্যা দিলে। সি সিহঁতৰ দলটোৰ ভাল অৱস্থা আনিব খুজিছিল শান্তিৰ পথেদিহে। তাৰ মাকেও জুহালৰ ওচৰত বহি বহি খুব কান্দিলে, তাৰ ভায়েকটোৱে চুকত মনে মনে বহি থাকিল। সি ভাবি একো ঠিক কৰিব নোৱাৰিলে—এই পৰিস্থিতিৰ মাজত তাৰ কৰ্ত্তব্য কি?

আজি কালি সিহঁত এসাজ লঘোণে থাকে।

ভায়েকটোৱে দিন পৰিলে জেইলত ৰহিমক দেখা কৰি আহেগৈ। সি তাক ঘৰৰ কথাবোৰ কয়। ৰহিমৰ দুখ লাগে। সি একো নকয়। ভায়েকটোৱে যেতিয়া তাক কয় যে সিহঁতৰ খোৱা-লোৱাত বৰ কষ্ট হৈছে তেতিয়া তাৰ চকুপানী ওলাই আহে। ৰাতি জেইলত সোমাই সি কান্দে—খুব কান্দে। সি ভাবে ডাঙৰ লৰা হিচাবে সি ঘৰখনৰ কাৰণে একো কৰিব পৰা নাই। সি তাৰ নিজৰ অৱস্থাৰ সপক্ষে আৰু বিপক্ষে যুক্তিবোৰ ভাবি চায়। বিপক্ষত বহুত কথা—মাক, ভায়েক ভনীয়েকৰ লঘোণ, আৰু সপক্ষে তাৰ আদৰ্শ। সি কেতিয়াবা ভাবি শান্তি পাই যে আজি সি আদৰ্শৰ কাৰণে কষ্ট পাইছে, তাৰ ঘৰিয়ালক কষ্ট দিছে। কিন্তু তাৰ আদৰ্শ কোনেও নেদেখে কিয়? দুমহলীয়া ঘৰত থাকি বেলেগ বেলেগ ডিজাইনৰ মটৰ দৌৰায়, পুতেক, ভায়েক সকলোকে বিদেশলৈ পঠিয়াই যি ডাঙৰ মানুহ কৰিছে, তেনেকুৱা এজন দেশকৰ্ম্মীৰ আদৰ্শ আৰু ত্যাগ হয়তো সকলোৱে স্বীকাৰ কৰিছে, দেখিছে। ৰহিমৰ

আদৰ্শ কোনেও দেখা নাই। ৰহিমৰ আদৰ্শই জেইলৰ ভিতৰত মাথোঁন খুন্দা খাইছে।

ৰহিমৰ ভায়েক এদিন মিলৰ কামত সোমালগৈ। সিহঁত কিমান দিন আৰু এসাজ লঘোণে থাকিব। যদি মালিকে জানিলেহেঁতেন যে ৰফিক, ৰহিমৰ ভায়েক—তেতিয়া হলে হয়তো মালিকে ৰফিকক কেতিয়াও মিলত কামত সোমাবলৈ নিদিলেহেঁতেন। কাৰণ ৰহিম বিপ্লৱী। আৰু ৰফিক ৰহিমৰ ভায়েক যেতিয়া ৰফিকো বিপ্লৱী। কিন্তু মালিকৰ, বন্ধুৱা বিলাকৰ সমূহীয়া জীৱনৰ ওপৰত খিয়াল ৰখাটোৱেই এটা নীতিবিৰোধ কাম। গতিকে বন্ধুৱাৰ ব্যক্তিগত জীৱনৰ ওপৰত খবৰ ৰখাটো অকল নীতিবিৰোধীয়েই নহয় অদৰকাৰীও। মালিকৰ অজ্ঞানতাই ৰফিকহঁতৰ পেটত এসাজ ভাত পেলোৱাৰ এটা সুবিধা দিলে।

ৰফিকৰ বিপ্লৱ কৰিবলগীয়া একো নাই। কাৰণ এসাজ খাই এসাজ নেখায় থকা পৰিয়ালটোক সিহঁতৰ মালিকে খাবলৈ দিছে। কিন্তু ৰফিকৰ অনুসন্ধিৎসু মনটোৱে কথাষাৰ মানি লবলৈ টান পালে। সি ভাবিলে খাবলৈ দিছে বুলিয়েই শোষণৰ অধিকাৰ মালিকৰ কোনখিনিত ?—কলৰ মিলৰ উৎপন্ন বস্তুৰ ওপৰত মালিকৰ আৰু সিহঁতৰ অধিকাৰ সমান। কিন্তু মালিকৰ জীৱনযাত্ৰা প্ৰণালীৰ লগত সিহঁতৰ জীৱনৰ তুলনা কোনখিনিত সি বুজি নাপায়। এহাতে জলপ্লাৱন আৰু আনহাতে মৰুভূমি। সি ভাবে পুৱাৰ পৰা গধূলিলৈকে উশাহ



নসলোৱাকৈ সিহঁতে কাম কৰিছে কাৰ কাৰণে—চহকী বিলাকৰ কাৰণে নে সিহঁতৰ নিজৰ কাৰণে।

এইবোৰ তাৰ মনৰ উৎকণ্ঠা। সি এইবোৰ কথা শুনিছিল, শিকিছিল ৰহিমৰ পৰা। কিন্তু ৰহিমতকৈ সি কথাবোৰ বেছিকৈ উপলব্ধি কৰিব পাৰিছিল, কাৰণ, ৰহিমে কথাবোৰ ভাবিবলৈ লৈছিল তাৰ বয়স চেৰাই অহাৰ পিছত আৰু ৰফিকে কথাবোৰ শিকিছে তেনেই ডেকা অৱস্থাতে। কথাবোৰ বুজিলেও সি উপায়বিহীন—তাৰ পথ কোনটো ?

ৰফিকেও, তাৰ লগৰ মানুহবোৰক, তাৰ মনত জাগি উঠা প্ৰশ্নবোৰৰ কথা কয়। সি ৰহিমতকৈ বেছি ভালকৈ কথাবোৰ কব পাৰে। ৰহিম আৰু ৰফিকৰ দিনবোৰৰ মাজত পাৰ্থক্য এটা। ৰহিমে কথাবোৰ কওঁতে লগৰবোৰে নুবুজিছিল, ৰফিকে কথাবোৰ কওঁতে লগৰবোৰে সোনকালে বুজিছিল ; ৰহিমক সমৰ্থন কৰাতকৈ উপলুঙা কৰা মানুহ সৰহ আছিল, ৰফিকক উপলুঙা কৰাতকৈ সমৰ্থন কৰা মানুহ সৰহ আছিল।

এদিন দেখা কৰিবলৈ গৈ ৰফিকে ৰহিমক কথাবোৰ কৈছিল। ৰহিমৰ কথাবোৰ শুনি শুনি চকুহুটা বঙা পৰি গৈছিল। ৰফিকে সেই একেটা মিলতে কামত সোমোৱা কথাষাৰ সহ্য কৰিবলৈ সি খুব টান পাইছিল। চহকী শ্ৰেণীৰ প্ৰতি ঘৃণা আৰু বিতৃষ্ণাই তাৰ মনৰ আকাশখন ঢাকি ধৰিছিল। যিজন মালিকে তাৰ আদৰ্শৰ মিছা ব্যাখ্যা দি তাক কামৰ পৰা খেদালে সেইজন মিলৰ মালিকৰ তলতে ৰফিকে কাম কৰাটো তাৰ পৰিয়ালৰ যেন এটা

কলঙ্কৰ কথা। সি ৰফিকক কৈছিল—"বিপ্লৱ কৰিবলৈ হ'লে তহঁতে বাহিৰৰ পৰা কৰ, ভিতৰৰ পৰা নহয়।" এইখিনিতে ভায়েক ককায়েকৰ মন দুটা অমিল। ৰফিকে ৰহিমৰ কথাৰ উত্তৰত তাৰ নিজৰ মতবাদৰ সমৰ্থন জনাই কেতিয়াবা জোৰকৈ কিবাকিবি কয়—কেতিয়াবা একো নকয়। জেইলত সোমাই থকা ককায়েকৰ মনটোৱে বেছি আঘাত পাব পাৰে—সি বৰ ভয় কৰে।

আজিকালি ৰফিকৰ এটা লগ হৈছে। চৰিফ বোলা তাৰ লগতে কামকৰা এটা বনুৱা ফাগুনীৰ কাৰণে ঘৰতে চাপিছেহি। ফাগুনী ৰহিম-ৰফিকৰ ডাঙৰ ভনীয়েক। চৰিফ মানুহটো ভাল—ভলভলীয়া। সি কথাবোৰ বুজে—কিন্তু আৱেগৰ ওপৰত তাৰ নিয়ন্ত্ৰণ নাই। আবেগ আহিলে সি যি কোনো কামকে কৰি পেলাব পাৰে। কেইবাবাৰো তাক এই কথাৰ কাৰণেই ৰফিকে বচাই লৈ ফুৰাব লগা হৈছে। সেইদিনা এখন সভাৰ পৰা উলটি আহি সিহঁত দুয়োটাই জুইৰ ওচৰতে বহি কথা পাতি আছিল।—চৰিফে বাঁহৰ কাঠিৰ ঝাৰু এটা বনাই আছিল। সিহঁতে সভাখনৰ কথাই পাতিছিল—সেই ৰঙা [illegible] চিন থকা নিচানখনৰ তলত থিয় দি বক্তৃতা দি থকা মানুহজনৰ কথাই চৰিফৰ মনত আৱেগ আনি দিছিল। শেষ হোৱা ঝাৰুটোৰ ওপৰত শেষ বান্ধোনটো দি চৰিফে ৰফিকক কৈছিল—

"ৰফি আমি আৰু বেছিদিন নৰম। আমি বিদ্ৰোহ কৰি দিম। মিলৰ ওপৰত ৰঙা নিচান উঠাই দিম।"—



ৰফিকে একো নকয়।—জুইৰ ওচৰতে আঠুদুটাৰ মাজত মূৰটো সুমুৱাই দি বহি থাকে। ৰফিকৰ পৰা একো উত্তৰ নেপাই চৰিফে আকৌ কয়,—

"তোৰ ভয় লাগিছে নহয়? ভয় একো নাই—। আমি নিচান উঠাম সিহঁতে আমাক সহায় কৰিব। আমি চৰ্ যাম। আমি মৰিলে চৰ্ মৰিম। এই চৰকাৰক আমিয়েই পাতিছোঁ। সিহঁতে এই চৰ্ আইন কৰিছে!"

"মইও মৰিম চৰিফ। কিন্তু নিচান তোলাৰ পিছত?"

"কল আমাৰ হব। কল আমি চলাম।"

"তই কল কি চলাবি। তই জান কি?"

"আমি মানে.........."

"ওঁ, সেই বক্তৃতা দিয়া শ্ৰেণীটোৱে চলাব। কিন্তু সিহঁতেও যদি আমাক খাবলৈ নিদিয়ে, আমাক থাকিবলৈ ভাল ঘৰ নিদিয়ে—।"

"দিব। সিহঁত ভাল মানুহ, সিহঁতে ইমান ভাল কথা কৈছে।"

"মানুহৰ ওপৰত মই বিশ্বাস হেৰুৱাই পেলাইছোঁ চৰিফ।"

চৰিফ মনে মনে থাকিল। তাৰ মনটো হঠাৎ বহুত দিনৰ পিছলৈ ঘূৰি গ'ল।—নিচেই সৰু অৱস্থাৰ পৰা সেইদিনটোলৈকে তাৰ জীৱনৰ গোটেই কথাবোৰ এটা এটাকৈ মনত পৰি গ'ল। হয়তো নঠগিব বুলি ভবা মানুহ কিছুমানে তাক জীৱনত কেইবাবাৰো ঠগিছে। মানুহক বিশ্বাস কৰিয়েই সি কেইবাবাৰো ঠগ খাইছে।

'নিচান মই তুলিম চৰিফ'—ৰহিমৰ মাতষাৰে চৰিফৰ ভাব বোৰত আউল লগাই দিলে।

মাহৰ ৪ তাৰিখ। ৰহিমে দৰমহা পায়—দোকানৰ পৰা এখন বগা কাপোৰ কিনি আনি সৰু ভনীয়েকজনীক কিনাৰ কেইটা চিলাই মাৰি দিবলৈ দিলে।—চিলাই হ'লত সি কাপোৰখন চকুৰ আগত দাঙি ধৰিলে। তাৰ চকু দুটাত হাঁহি বৈ গ'ল—।

"চৰিফ তই তুলিব খোজা নিচানখন কেনেকুৱা ?"

"ৰঙা।"

"তাৰ মানে ?"

"সিহঁতে কৈছে বিদ্রোহ !"—

ৰফিকে হাতত বগা কাপোৰখন লৈ আশাৰে চাই থকা দেখি চৰিফে সুধিলে—"সেইখন কি কাপোৰ ?"

"মই তুলিব খোজা নিচান।"

"ৰঙটো ?"

"বগা।"

"তাৰ মানে ?"

"শান্তি।"

চৰিফ অলপ দেৰি মনে মনে থাকিল। বোধকৰোঁ সি কথাবোৰ একো বুজি পোৱা নাছিল।

"তেন্তে তোক ভালকৈ খাবলৈ নালাগেনেকি ? ভালকৈ থাকিবলৈ তই নিবিচাৰনেকি ?"

"লাগে, বিচাৰোঁ।"



"বিদ্রোহ নকৰিলে সেইবোৰ কেনেকৈ পাবি ?"

"মই ভাবিছোঁ—শান্তিৰেই পাম চৰিফ।—মোৰ নিচানখনৰ ৰঙ বগা। বগা মানে শান্তি আৰু পৱিত্রতা। মই এইখন নিচান তুলি দেখুৱাম যে কল তইয়ে চলাৱ বা ময়েই চলাওঁ, নিচানৰ তলত বক্তৃতা দিয়া দলটোৱেই চলাওক বা মালিকেই চলাওক, সকলো বিশ্বাসী হব লাগিব, কাৰো মনত বেয়া ভাব থাকিব নেলাগিব, সকলোৱে সকলোকে সমান চকুৰে চাব লাগিব।"

চৰিফে কথাবোৰ বুজি পালেনে নাই ৰফিকে কব নোৱাৰে সি মাথোন কথাবোৰ কৈ গ'ল।—

সেইদিনা ৪ মাৰ্চ্চ। সিহঁতে মিলৰ ওপৰত নিচান তুলিব। মিলৰ চাৰিওপিনে পুৱাৰ পৰা এটা অশান্ত অৱস্থা। জনতাৰ হেঁচা, পুলিচৰ বাধা আৰু মিলৰ কৰ্ম্মচাৰীৰ আপোচৰ এটা যত্ন। মানুহৰ হৈ-চৈ শব্দত গোটেই মিলটো মাজে মাজে কঁপি উঠে।—সেইদিনা কলৰ মালিক আহিব পৰা নাই। তেওঁৰ সৰু লৰাটোৰ খুব টান জ্বৰ। পইচা আছে, দৰৱ আছে; কিন্তু লৰাটোৰ কপালত আয়ুস আছেনে নাই কোনেও নেজানে। কোঠাটোত বিশৃঙ্খল হৈ পৰি থকা দৰৱৰ বটলবোৰ দেখিলে এনেকুৱা লাগে যেন লৰাটোক আঁতৰাই নিবখোজা শক্তিটোৰ বিপক্ষে মালিকৰ এটা বিৰাট সংগ্রাম।—ফোনযোগে তেওঁ যেতিয়া জানিব পাৰিলে যে জনতাৰ দলটোৱে সকলো বাধা পাৰ হৈ ক্রমান্বয়ে কলৰ ওপৰৰ পিনে আগবাঢ়িছে তেতিয়া

তেওঁ আৰু অশান্ত হৈ পৰিল। নিজে আহিব নোৱাৰি তেওঁ ডাঙৰ লৰাটোক কলৈ লৰালৰিকৈ পঠাই দিলে। মালিকৰ লৰাৰ ভাবধাৰাবোৰ সময়ৰ বিপৰীতমুখী। সি চিনি পায় মাথোন টকা। সি ভাবে টকা থাকিলে টকা নথকাবোৰক কিনিব পাৰি—আইনকো পাৰি। ডাঙৰ লৰাৰ উপস্থিতিয়ে দমনকাৰী দলটোক বেলেগে সাহস দিলে।—চাৰিওপিনে উত্তেজনাৰ সৃষ্টি হ'ল। উত্তেজিত পৰিস্থিতি টোৰ মাজত চৰিফ উত্তেজিত হৈ পৰিল। তাৰ মনলৈ আৱেগ নামি আহিল। সি হঠাৎ ৰফিকৰ হাতৰ পৰা নিচানখন লৈ ওপৰৰ পিনলৈ আগবাঢ়ি যাবলৈ ধৰিলে। মালিকৰ লৰাই কেইবাবাৰো সিহঁতক নামি আহিবলৈ চিঞৰিছিল—কোনেও নুশুনিলে। ক্ৰমান্বয়ে সিহঁত আগবাঢ়ি গল, বিপুল উদ্দ্যমেৰে চৰিফে নিচানখন কলৰ ওপৰত তুলিলেগৈ। খং আৰু অপমানত মালিকৰ পুতেকৰ হাতত থকা পিস্তলটোৰ ওপৰত হাতখন চলি গ'ল। গুলী গৈ চৰিফৰ বুকুত লাগিলগৈ চৰিফ বাগৰি পৰিল। তাৰ বুকুৰ পৰা ওলোৱা তেজে নিচানখনৰ এটা কিনাৰ ৰঙা কৰি পেলালে।

পুতেকে যেতিয়া মটৰখনৰ দুৱাৰ জপাই চিৰিয়েদি ওপৰলৈ উঠি গৈছিল, তেতিয়া মালিকে অশান্ত অৱস্থাত চিগাৰেটৰ পিচত চিগাৰেট শেষ কৰি বাৰাণ্ডাত ইপিনৰ পৰা সিপিনলৈ ঘূৰি ফুৰিছিল। পুতেক উঠি যোৱা দেখিয়েই তেওঁ দৌৰি পুতেকৰ ওচৰলৈ আহিল। পুতেকে কথাবোৰ ক'লে।



মালিকৰ অশান্ত মনটো আৰু চঞ্চল হৈ উঠিল। তেওঁ হঠাৎ কোঠাটোলৈ সোমাই গ'ল। দেখিলে জ্বৰ হৈ পৰি থকা পুতেকৰ ইমান দিনে মেলনোখোৱা চকু কেইটা মেল খাইছে—অৱস হৈ পৰা চকু দুটা মেলি ওপৰলৈ সি চাই আছে। বোধকৰোঁ তাৰ জ্বৰ এৰিছে। কোঠাটোৰ ভিতৰত তেওঁ বেছি দেৰি থাকিব নোৱাৰিলে তেওঁ হঠাৎ চিৰিটোৰ ওচৰলৈ আকৌ ওলাই আহিল। অলপ দেৰি বৈ তেওঁ হাতৰ চিগাৰেটটো পেলাই বেগাবেগিকৈ কলৰ পিনে খোজ ললে। কলৰ ওচৰ পাই তেওঁ দেখিলে একেবাৰে ওপৰত বগা নিচানখন লাহে লাহে উৰিব লাগিছে। জোনাকে নিচানখন আৰু বগা কৰি পেলাইছে।

তেওঁ নিচানখনৰ পিনে একেবাহে চাই থাকিল।

---

# অভিসাৰিকা

নিবিড় এন্ধাৰবোৰো সবাক হৈ উঠিল যেন। আৰু কিমান পৰ বাৰু এই ৰুদ্ধ চেতনাৰ উন্মুখ বিপ্লৱ সহ্য কৰা যাব পাৰে। আকৌ এবাৰ বাগৰ সলাই ইভাই লেপ খনেৰে মূৰলৈকে ঢাকি মুনুক জোৰেৰে বুকুত সাবটি ধৰিলে। কিন্তু নাই। সপ্ৰয়াসে জ্বলি উঠা তাইৰ চকুহাল যেন জ্বলি উঠিল। অনিদ্ৰা আৰু অশান্তি। ডেৰকুৰী বছৰীয়া ইভাজনীৰ বুকুত জাগ্ৰত হৈ উঠা আজিৰ এই অপ্ৰত্যাশিত মনৰ ক্ষুধাক নিবৃত্ত কৰিবলৈ অকণমান মুনুজনীৰ বাৎসল্য খিনিয়ে যথেষ্ট নহ'ল। তাই মাতৃ হব পাৰে। কোলা শুৱনি সন্তান লৈ সগৌৰৱে বহি থকা ইভাত, যি কোনো উপকৰা চাৱনীয়েই মেডোনাক আবিষ্কাৰ কৰিব পাৰে [illegible]প্ৰয়াসে। কিন্তু সেইবুলি সময়ে জানো তাইৰ বুকুৰ মাজৰ জুলিয়েটজনীক পঙ্গু কৰি দিব পাৰিলে। এই কৰ্ত্তব্যবোধৰ প্ৰেৰণাত ত্যাগ স্বীকাৰ কৰি মাতৃ হবলৈ আগবাঢ়ি গৈ হয়তো তাই খুব ভুল কৰা নাছিল। কিন্তু সেইবুলিয়েই যদি তাই আজি মাত্ৰ ক্ষন্তেকৰ কাৰণে অৱচেতনাৰ এটা সূক্ষ্ম কঁপনিৰ কাৰণে মাত্ৰ দুখোজ



গৈ কাৰোবাৰ দুৱাৰত এবাৰ থিয় দিয়ে সেইয়া জানো পাপ হ'ব? তাতেই যে এখন মৰম কোমল হিয়াৰ অযুত জীৱনৰ সকলো খিনি পাব লগীয়াই পোৱা হৈ যাব। ক্ষুধা তৃপ্ত হব। নীতিবাগীশৰ দলে হয়তো চকু ফিৰাই লব। কিন্তু যি জনে তোমাৰ হাতত সুৰাৰ হোৰাহি তুলি দিলে তেওঁ জানো তোমাক মাতাল বুলি দোষাৰোপ কৰিব পাৰে। জীৱনৰ যি দগ্ধ কালাহাৰিত মৰম যাত্ৰীৰ তৃষিত কাৰাভান মুখামুখী হয় তাত ভুলাভুল হয়তো নেমেলা অভিধানৰ অৱহেলিত শব্দৰ দৰেই অৰ্থহীন হৈ পৰে।

গাৰ পৰা লেপখন খহাই দিলে ইভাই এক অনাহুত উম্মানুভৱ কৰি। মুনুজনী শুই থাকিল। তাইক ঢাকি দিলে। লাহেকৈ উঠি ভৰিত চেণ্ডেলজোৰ নিদিয়াকৈয়ে তাই গৈ নিৰৱে খিড়িকীখন খুলি দিলে। এখিড়িকী স্নিগ্ধ চন্দ্ৰালো নিয়ৰেৰে মিহলি হৈ বগাহৈ অবাধ গতিত কোঠাটোলৈ সোমাই আহিল। কোঠাটো কোমল পোহৰেৰে উপচি পৰে। দীঘল নিশ্বাস এটা এৰিদিলে পৰিমলে। চক্‌খাই উঠি উভতি চাই ইভাই দেখিলে একো হোৱা না[illegible]হল, বিছনাখনৰ সিমূৰে পৰিমল শুই আছে। ইমান সহজে পৰিমলে সাৰপাব নোৱাৰে। নীলা পৰ্দ্দাখন অলপ টানি দি ইভাই বহুত দূৰলৈ চাই পঠিয়ালে। বলয়জোৰা পোহৰৰ মোহনমেলা। মাজনিশাৰ নিজম পৰিৱেশ। তাইৰ মনটো সপোনবিভোৰ হৈ উঠে। সকলো যেতিয়া শুই থাকে তেতিয়াই যদি তুমি নিজৰ কথা এবাৰ ভাবি

নোলোৱাঁ তেনেহলে কেতিয়া সময় পাম বুলি বাৰু তুমি ভাবিছাঁ।

বৰঘৰৰ ৱালক্লকটোত চাৰে বাৰ বজাৰ শব্দ হ'ল। কুঁৱলীৰ সিপাৰে হিমাদ্ৰিৰ শিখৰৰ ৰামধেনুৰ নিৰ্জ্জন নৃত্যৰ কথা নহয়, ইভাই নিজৰ কথাকে ভাবিবলৈ যত্ন কৰিলে। আজি যেন তাইৰ মাজৰ কোনোবা এজনী রুদ্ধচৈতন্যা ইভা অশান্তা হৈ উঠিছে। তাইৰ মানসিক দৃষ্টিকোণ যেন সলনি হৈ গৈছে হঠাতে। কিয় এনে হয়! ত্ৰিশ বছৰীয়া তাইৰ পুৰঠ সংযত মনটো হঠাতে যেন প্ৰতিধ্বনিৰ দৰে চঞ্চল হৈ উঠিছে। এটা অকলশৰীয়া লাজে তাইৰ নাকৰ পাহিজোৰ কঁপাই তুলিলে। ইভাই ভাবি গ'ল।

......বহল চোতালখনৰ সোঁফালে আলহী কোঠাটোত আলোক ৰাজবংশী শুই আছে। অকস্মাতে তাইৰ জীৱনলৈ অতীতটোক বৈ অনা মানুহজন হয়তো এটা দোৰ্ঘোৰ টোপনিত। কিন্তু সেই তৃতীয় বিভাগত মেট্ৰিক পাচ কৰা, ক্লাচ নাইনৰ পৰাই প্ৰেমপত্ৰ লিখা, সদায় এটা নীলা কামিজ আৰু বগা পায়জামা পিন্ধি থকা মিঠাবৰণীয়া পাতল আলোকটোৱে এই বিপুল ব্যক্তিত্ব ক'ৰপৰা আহৰণ কৰিলে? এটা ব্যতিক্ৰম মানুহ। অজ্ঞাতেই মূৰটো দোঁখাই যাব খুজিলে ইভাৰ।

নতুন কলেজখনলৈ আহিছে অধ্যাপক হৈ খ্যাতনামা সাহিত্যিক, দৰ্শনৰ মেধাবী ছাত্ৰ আলোক ৰাজবংশী। পাতল চুলি, তামবৰণীয়া দেহা, চকুত দীপ্তি, মাতকথাৰ ব্যক্তিত্বৰ



চৰম প্ৰকাশ লৈ মানুহজন দেখিলেই ভক্তি হয়। আলোকক পাই ঠাইখনে ধন্য মানিছে। 'নৰশিল্পী সঙ্ঘ' 'কলামোদী চৰা' ইত্যাদি ইত্যাদিয়ে ভাগে ভাগে মাতি নি সম্ভাষণ জনাইছে। এজন বিশ্ৰুত ব্যক্তি। এনে এজন মানুহ এই নগন্য কলেজখনলৈ উপযাচি অহা দেখি অনেকেই আচৰিত হৈছে।

এইখন ঠাইত ভাড়াঘৰ পোৱা এটা সমস্যা। গৰৰ্ণিংবডিৰ সম্পাদক পৰিমল ভট্টৰ একান্ত অনুৰোধত অগত্যা আলোক তেওঁৰ ঘৰতে সন্থহতে থাকিবলৈ ৰাজি হল। আধ্যৰন্ত হলেও অনাড়ম্বৰ মানুহ পৰিমল। চুলিত ইতিমধ্যেই বয়সৰ দুই এক ৰূপোৱালী আচোৰ পৰিলেও তেওঁৰ প্ৰথম পুত্ৰ অমিত মাত্ৰ ছবছৰীয়া। আৰু মুনুজনীয়ে ঠুনুক ঠানাককৈ কথাকবলৈ শিকিছে মাত্ৰ।

ইভাহতঁৰ ঘৰৰ সমুখত তৰুণ সংঘৰ ক্ৰিকেট ফিল্ড। তাৰ সিপাৰে পুৰণি গীৰ্জ্জা ঘৰটো, কুৱঁলীৰ মাজেদি এজন বৃদ্ধ যাজক যেন লাগিছিল। গীৰ্জ্জাৰ চূড়াৰ নভোবিন্দুতে স্থিৰ হৈ থকা মাজনিশাৰ 'ভেনাছ'টো কোনোৱা ট্ৰেজেদি নায়িকাৰ সজল আঁখিৰ দৰে লাগিছিল। ৰাতিৰ বুকুত অযুত যুগৰ নোকোৱা সাধু। ইভাই ভাবিলে ঃ—তুমি যিটো নিজে বুজিব নোৱাৰিলাঁ সেইটো তোমাক কোনেইবা বুজাব পাৰিব। যিখন হিয়াৰ আকুতিক স্বইচ্চাই নেওচি থৈ তাই পৰিমলৰ সংসাৰলৈ গুচি আহিছিল সেইখন হিয়াই আজি ইমান যৌৱন, জুইৰ নিচিনা, কবিতাৰ নিচিনা যৌৱন ক'ৰ পৰা পালে? তাইতো

বুঢ়ী হৈ যোৱা বুলিয়ে ধৰি লৈছিল ।......আলোকৰ আবিৰ্ভাৱে ইভাব যন্ত্ৰপ্ৰায় হৈ যোৱা অন্তৰখন এজনী নতুন ছোৱালীৰ স্বপ্ন-চাঞ্চল্যই ওপচাই তুলিছে ।

কাকতি ফৰিঙৰ দৰে পুৰণি কথাৰ সোঁৱৰণিৰ সোঁত নামি আহিল ইভাৰ মানসলৈ । এটা অদ্ভুত মন এই ইভাৰ । যিটো কথাত তাই হাঁহি মাৰি গুচি যাব পাৰে, সেই একেটা কথাকে সময়ৰ বুকুত হেৰাই যাবলৈ নিদি বুকুৰ অজন্তাত সাঁচি ৰাখিব পাৰে মাকৰ মনৰ হেৰোৱা পুত্ৰৰ মচা নোযোৱা ছবিৰ দৰেই ।.. শেহত ইভাই আলোকক ভাল পাই পেলাইছিল । বয়সত দুবছৰে ডাঙৰ আলোকৰ ব্যক্তিত্বত হয়তো প্ৰথম দৰ্শনতে প্ৰণয়ৰ কাৰণে সন্ধি নাছিল । এজনী ছোৱালীক আকৰ্ষণ কৰিবলৈ আন নহলেও এটা অন্ততঃ পুৰুষব্যঞ্জক হাঁহি লাগে । ইভাই আলোকক ভাল পালে মানে আলোকে ইভাক জয় কৰিলে ! যি কথা কোৱা নোহোৱাৰ কাৰণে দুনিয়াত অযুত প্ৰেমৰ কাহিনী বন্ধ্যাঙ্কুৰ থাকি গৈছে সেইকথা কৈ দিব পৰা সামৰ্থ্য আলোকৰ আছিল । তুমি যাক ভাল পাবা তাৰ পৰা বাৰু এয়ুঠি কেচাঁ মৰমতকৈ আৰু কি বেছি তুমি দাবী কৰিবা ।

ইভা আলোকৰ মৰমে, মৰমৰ নিয়ম ভঙা নাছিল । মানুহ খড়্গহস্ত হৈছিল । ইভাজনী দিনে দিনে ৰূপৰাগে চৰি আহিছিল । সমনীয়া বোৱৰ কাটিঙ'ৰ মাজেদি আলোকে কোনোমতে ফেল নকৰাকৈ মেট্ৰিকত সৰকি গৈছিল ।

কিন্তু হঠাতে এদিন জুৱাৰ বৰ্ডখন ঘূৰি গল । প্ৰেমৰ খেল জুৱাৰ খেল । আমাৰ মৰমৰ প্ৰাপ্তিৰ স্বীকৃতি নাই । হৰাৰ ভয় আছে । তুমি প্ৰেম কৰিব খোজা দুনিয়াত হিয়াৰ অভাৱ নেদেখা ; তুমি পূৰ্ণতা বিচৰা, হিমাচল পৃথিৱীত এখনতকৈ বেছি আছে । পৃথিৱীৰ মৰমী মোহনাত কিমান বন্ধ্যাপনাৰ বিদগ্ধ নিশ্বাস শুনিব কোনে ?....দুষ্মন্ত শকুন্তলাৰ দশাত এদিন আলোক অন্তৰ্দ্ধান হ'ল ।



ব্যৰ্থ প্ৰেমিকাৰ হতাশাবোৰে জৰ্জ্জৰিত কৰি তুলিলেও দুদিনৰ জীৱনত মৰমেই জীৱন বুলি ইভাই মানি নলৈছিল । পৃথিৱীৰ এচাম মানুহেতো প্ৰেম কৰিয়েই নেপালে জীৱনত । প্ৰেম জীৱনৰ অবিসম্বাদী আংশিক নহয় । তুমি প্ৰেম নকৰিবও পাৰা । বিয়া মানে সনাতন মানুহৰ যৌন জীৱনৰ বুজা-পৰাৰ ইতিহাস—প্ৰেমিক প্ৰেমিকাৰ কৱিতা নহয় । সেয়ে এজনক প্ৰেম কৰিও এজনৰে মনৰ বল থাকিলে মৰম কৰিব পাৰি । আৰু সেই কাৰণেই এদিন যেতিয়া মাকে—"ইভা ! যদি তই বিয়া নকৰ তেনেহলে মাৰক নেদেখ আৰু"—বুলি আবদাৰ কৰিলে, সেইদিনা তাই স্পষ্টকৈ দেউতাকক কৈ দিলে,—"দেউতা মই বিয়া কৰাম"—আলোকৰ সকলো আশা হেৰাই গৈছিল । বিদায় নোলোৱাকৈ যি তোমাক এৰি যাব পাৰে সি তোমাক পাহৰি যাবও পাৰে । ইভা এদিন আলোকতকৈ যোল বছৰে ডাঙৰ পৰিমল ভট্টৰ ধৰ্ম্মপত্নী হৈ পৰিল ।

ইভাই এবাৰ শুই থকা পৰিমললৈ চালে । পৰিমল শিল্পী মনৰ মানুহ । মানুহ হিচাবে অলপ বেছি ভাল হয়তো । শিল্পী

হেনো ভাল স্বামী হব নোৱাৰে। এনেয়েই অলপ বেছিভাল মানুহৰ সান্নিধ্য বৰ আৰামপ্ৰদ নহয়। তাতে শিল্পী যদি ধনী হয়, স্বামী তেতিয়া কল্পতৰু হৈ পৰে। কল্পতৰু কমনীয়হে, বাঞ্ছনীয় নহয়। ইভাই ভাবিলে, পৰিমলৰ পৰা জানো তাই সকলো পালে। কৃতজ্ঞ হব পৰা যায় এওঁলৈ—তৃপ্ত হব নোৱাৰি। ভক্তি আৰু প্ৰেম একে বস্তু নহয় নিশ্চয়। এজনক সেৱাকৰা আৰু ওঠত পলৰীয়া চুমা দিয়া একে কথা নহয়। যাকে তুমি পূজা কৰিবা মাটিৰ পৃথিৱীত থাকি তেওঁক তুমি কলিজাৰ এফাল বুলি কেনেকৈ ভাবিবা।

ইভাই নিজকে কোৱাৰ দৰে অলপ গুণগুণাই ক'লে—"জীৱনত মই ভুল কৰা নাই। পৰিমল, অমিত, মুনু, মই আমিতো বেলেগ হৈ নাযাওঁ। পৃথিৱীৰ এচমকা বতাহো অশান্ত হৈ নুঠে যদি মই মাথোন এবাৰ চাবিখোজ গৈ আলোকৰ ওচৰত এবাৰ থিয় হওঁ। পাপ যদি হয় বহুত আগতেই হৈ গৈছে।"···· চেলাউৰীৰ ওপৰত অসমৰ মেপখনৰ দৰে থকা তুলসী পাঁহে ইভাক যদিও কোনো দিন প্ৰতাৰণা কৰিব নোৱাৰে—তথাপি ইভাৰ বাৰে বাৰে সন্দেহ জাগিব খোজে কিয় এয়ে যেন নহয় সেই আলোক। প্ৰেমৰ জুৱাত আলোকৰ কি হ'ল? দুৰ্ব্বল আলোকে এই অমিতাভ আভা ক'ৰপৰা আহৰণ কৰিলে? ক'ৰপৰা?········

উৰঁলি যোৱা দেহমনেৰে সম্পূৰ্ণ নতুন দেখা গ'ল ইভাক। অন্তৰ্চেতনাই দিয়া এক অনু শক্তিয়ে যেন তাইক



স্তব্ধ কৰি তুলিছে। 'টু' শব্দটিও নকৰাকৈ ইভা দুৱাৰ মেলি বাহিৰ ওলাল। এজাক চঞ্চল জোৎস্নাই তাইক ঢৌৱাই দিলেহি। ৰাতিৰ দৰে গহীন অভিজাত মাতৃত্বৰ বোলেৰে ৰূপায়িত ধুনীয়া ইভাজনীক এজনী সৰু নতুন গাভৰু যেন লাগিল। প্ৰেমৰ পৰশে এই মাত্ৰ যেন জগাই তুলিলে এজনী শায়িতা গাভৰুৰ প্ৰেমৰ সাহসক।

আলোক শুই থাকিব ইভাই গৈ জগাই দিব। পৰিস্থিতি কেনেকুৱা আচহুৱা হ'ব ইভাই ভাবিছিল। কিন্তু দুৱাৰ মুখ পাই তাই স্তব্ধ হৈ গ'ল। কাণি দুৱাৰ। ৰন্ধ্ৰই দি দেখা যায়। ভিতৰৰ বিদ্যুৎ ৰশ্মিৰ ৰেখাৰ তলত এজন মানুহ বহি আছে।····চকুহাল জোৰেৰে মুদি মাটিত বহি দিবৰ ইচ্ছা হ'ল ইভাৰ, যেতিয়া তাই দেখিলে, লাইটটোৰ ঠিক তলতে বহি থকা আলোকৰ পাতল চুলিৰ মাজেদি তালুখন জিলিকি উঠিছে। অচিনাকী মানুহ। মেজৰ ওপৰত খোলা এটা জনি ৱাকাৰৰ বটল। আধালৈকৈ ৰঙা হৈ থকা গিলাচটো এখন হাতেৰে ধৰি আলোকে একেথিৰে চাই আছে সুৰাখনিলৈ। ইভাই নিজকে পাহৰি গ'ল যেন। তাই [illegible] গৈ আলোকৰ হাতৰ পৰা গিলাচটো কাঢ়ি ললে।

একোৱেই যেন হোৱা নাই এনেভাবে লাহে লাহে ইভাৰ চকুলৈ চাই আলোকে হাঁহিলে—"গিলাচটো মোক দি দিয়া ইভ্।"

ইভাৰ আকাশনীলা চকুজোৰ নীৰস হৈ উঠিল "নহয় নহয় আলো তুমি।····"

"মযো মদ খাওঁ ইভ্।" ইভাৰ কথাৰ ওপৰতে নাটকীয় সুৰত কৈ উঠিলে আলোকে,—"মইতো তোমাৰ আলো নহয়। মইতো কোনো নহয়। মাটিৰ পৃথিৱী খনে এই মানুহটোৰ বিষয়ে কিয়েই বাৰু জানে বুলি ভাবা তুমি ?" আলোকৰ মুখত অচিন এটা হাঁহিৰ ৰেখাই লৰচৰ কৰি গৈছিল।

চকুহাল ডাঙৰকৈ মেলি চাই ৰ'ল ইভাই। "মদ খালেই মদপী নহয় ইভ্। তুমি......তুমি ঠিক তেনেকৈ নেচাবা মোলৈ।....তোমাব মনত আছে ? সেইদিনা গুছি গলোঁ মই।" ইভাই ধৰিব নোৱাৰিলে আলোকৰ চুচকুত দৰ্শন নে নিচা। তাই যেন ভয়ত চিঞৰি দিব। কিন্তু কিবা এটা আশ্চৰ্য্যই তাইক মুক কৰি ৰাখিলে। "এখন চকিত পৰিমল বহি আছিল। এখনত মই। দেউতাৰাই মোক কৈছিল......ইভা, সেইবোৰ মই নোৱাৰোঁ কব। বাওণা মই। মই গুছি গলোঁ। প্ৰতিজ্ঞা.... আহ্—প্ৰতিজ্ঞা লৈ।......আজি ইভ্, আজি মই বাওণা নহয় ; কিন্তু তুমি নাই। কোনো নাই একোৱেই নাই।....

—হঠাতে ইভাই চিঞৰি উঠিল, "কিন্তু আলো। নহয়, নহয় আলো। আজিযে মই তোমাৰ কাষলৈ তোমাৰ হৈ আহিছোঁ!"....ইভাৰ মাতলৈ তীব্ৰ আবেগ নামি আহিছিল। মদৰ গিলাচটো মাটিত থৈ তাই আবেগবিহ্বলা হৈ আলোকৰ আঠুত ভেঁজা দি মাটিত বহি পৰিল। তাইৰ মুখমণ্ডলত এটা ৰক্তাভ উস্মতা প্ৰকট হৈ উঠিল।

সময়ৰ নিৰ্ম্মল পৰীক্ষাত্ চকুজোৰ মুদি দিলে আলোকে।



তাৰ পাচত লাহে লাহে এজন সুস্থ মানুহৰ দৰে ইভাৰ চুলিত আঙুলি বুলাই বুলাই কৈ গ'ল, "নহয় ইভ্ নহয়। ভুল নকৰিবা ইভ্। এবাৰ মাথোঁ আহিছিলোঁ তোমাক চাম বুলি—ভুল কৰি। ইভ্ এজনী গৃহিণী হৈ গৈছে। আলো যেনেকৈ 'মদপী' হৈ গৈছে।....আশীষ থাকিল....মই যামগৈ......। সেইখন পৃথিৱী হেৰাব নোৱাৰে। তুমি মোৰ বুকুতে থাকিবা। এই খন কোন ৰাজ্য ? মই যামগৈ।"

ক্ষন্তেক নীৰৱে ইভাই উচুপে।

"যোৱাগৈ ইভ্।" আকৌ আৰ্দ্ৰ সুৰে কৈ যায় আলোকে। "ক্ষণিকৰ জীৱনে আমাক একো দিব নোৱাৰিলেও মৰম দিছে। আহা আমি তাকে লৈ সুখী হওঁ। চিন্ময় অহৈতুকী মৰম। যোৱা ইভ্ যোৱা তুমি যোৱা....।"

"কিন্তু আলো!"

"নহয় ইভ্। আমাৰ পৃথিৱীত অপাৰ্থিৱৰ আয়োজন চোৱা। তুমি যোৱাগৈ—নহলে—পৰিমলে সাৰ পাব, অৰূপে উচুপিব—মুন্নৰে দুঃস্বপ্ন দেখিব। যোৱা....।"

লাহে লাহে অনিচ্ছাকৃত ভাবে উঠি এখোজ এখোজ কৈ ইভাই আকৌ এবাৰ দুৱাৰ মুখৰ পৰা করুণ চাৱনীৰে উভতি চালে। তাৰ পাচত বেগাই ওলাই গ'লগৈ। আলোকে লাইটটো অফ্ কৰি দিলে।

* * * *

পাচদিনা আবেলি চাহ খাওঁতে পৰিমল ভট্টই ক'লে—

"দাৰ্শনিক মানে পগলা নেকি ইভা ? মানুহটো যেনেকৈ উপযাচি আটাইকে আচৰিত কৰি আহিছিল তেনেকৈয়ে আকৌ কেনেকৈ গ'লগৈ।"......একো নকৈ ইভাই ৰেডিঅ'টো খুলি দিয়ে। এটা করুণ সুৰ বাজি উঠে।

---

# অপূৰণ

"আবা। আবা!"

আৰতি খপ্‌জপকৈ উঠি বহে বিছনাখনৰ ওপৰত। এই মাজ ৰাতি তাইক কোনে মাতিলে ? খেপিয়াই শিতানৰ পৰা জুইবাহটো আনি তাই লেম্পটো জ্বলাই দিয়ে। দুৱাৰ খনৰ ওচৰলৈ গৈ তাই দেখে যে দুৱাৰখন তেতিয়াও কঁপি আছিল। মনে মনে তাইৰ ভয়ো লাগে কিজানি সেইটো নৃপেনৰ মাত নহয়েই। নৃপেনটো পৰহিলৈহে পোৱাহিব কথা আছে—আজি আকৌ হঠাতে সি ক'ৰপৰা ওলাবহি ? তাতে ইমান দিনৰ মূৰত বিদেশৰ পৰা আহিব....।....ছিঃ! কিযে আচৰিত ভাববোৰ আহে তাইৰ মনলৈ। কথাটো ভাবি তাইৰ বৰ লাজ লাগি যায়। শুবৰ সময়ত তাৰ কথা ভাবিছিল বুলিয়েই হয়তো এনে হৈছে। তাই বন্ধ কঁপি থকা দুৱাৰখনৰ মুখত লেম্পটো লৈ কেইচেকেণ্ড মান থিয় হৈ কিবা এটা ভাবি দুৱাৰখন খুলি দিয়ে।—এজাক বতাহ তাইৰ চকুৱে মুখে লাগেহি—। চিমনিটোৰ বুকুত লেম্পটোৰ শিখাটো খন্তেকৰ কাৰণে অস্থিৰ হৈ উঠে। তাই দেখে পশ্চিমৰ আকাশ খনো অশান্ত। এন্ধাৰ ৰাতিটো

ক'লা ডাৱৰবোৰে আৰু এন্ধাৰ কৰি তুলিছে। বাহিৰৰ শেৱালী-জোপাৰ পৰা সৰিপৰা শেৱালীবোৰ খন্তেকৰ পাচতে ববযুণে মোহাৰি পেলাব। মাটিৰ মোহত বিয়াকুল হোৱা শেৱালীবোৰে খন্তেকীয়া মিলনৰ স্মৃতিকণ ইমান সোনকালে শেষ হৈ যাব বুলি হয়তো কল্পনাই কৰিব পৰা নাছিল। নিস্পলকদৃষ্টিৰে আৰতিয়ে চাই বয় "লন" খনৰ সিপাৰে শুই থকা ৰাজপথটোলৈ। পুৱাৰ জনতাৰ ভিৰ এতিয়া তাৰ বুকুত নাই। কাষৰ লেম্পপষ্টটোৱে মাত্র তাৰ বুকুত ঠাই লোৱাৰ কৃতজ্ঞতা স্বৰূপে নিজে জ্বলি ৰাজ-পথৰ বুকুখন পোহৰাবলৈ যত্ন কৰিছে। এই আত্মত্যাগ স্বাৰ্থ-ত্যাগ জানো?

দিগন্তৰ কোনোবা কোণত অশান্ত মেঘবোৰ গুমৰি উঠাত আৰতিৰ তন্ময়তা ভাগি যায়। লৰালৰিকৈ তাই ছুৱাৰখন জপাই দিয়ে। বাহিৰৰ সক্রিয় পৰিবেশটো কোঠাটোৰ নিষ্ক্রিয় নীৰৱতা-খিনিৰ মাজত বহু-পৰিমাণে শান্ত হৈ পৰে। লেম্পটো অলপ কমাই দি আৰতিয়ে বিছনাখনৰ ওপৰত কিছু সময় নীৰৱে বহি বয়। তাইৰ মনটো তাইৰ পৰা বহুদূৰত আঁতৰি থকা নৃপেনৰ ওচৰলৈ গুছি যায়। আৰু মাত্র দুটা ৰাতি—। তাৰ পিছত নৃপেনৰ সেই বহল বুকুখনত মূৰ থৈ তাই তাইৰ জীৱনৰ সকলো-খিনি অৱসাদ দূৰ কৰি দিব পাৰিব।—উনৈশটা বসন্তৰ অৱ-দানেৰে সজাই তোলা তাইৰ জীৱনটো মুখৰিত হৈ উঠিব।....

কাচৰ খিড়িকী খনেদি সোমাই অহা ৰ'দ জাক গাত পৰাত আৰতিৰ টোপনি ভাগি গ'ল। তাই লৰালৰিকৈ উঠি আহি



ছুৱাৰখন মেলি চাই দেখে শহুৰেক-শাহুৱেক তেতিয়াও উঠা নাই। ইমান ৰাতিপুৱাই যে এনেকৈ ৰ'দ ওলাব তাই কল্পনাই কৰা নাছিল। যোৱা ৰাতিৰ উত্তাল আকাশখন যেন পুৱাৰ আকাশ খন নহয়। যোৱা ৰাতিৰ নৃপেনৰ মাতটো হয়তো তাইৰ অৱচেতন মনটোৰহে অভিব্যক্তি। কথাটো ভাবি তাইৰ লাজ লাগে যদিও চাহ খাওঁতে আৰতিয়ে আগৰাতিৰ কথাটো উৰ্ম্মিলাক ক'লে। উৰ্ম্মিলা তাইৰ ননন্দেক। আৰতিয়ে জানিছিল যে এই কথাষাৰৰ কাৰণে তাই ভালকৈয়ে ঠাট্টাৰ সম্মুখীন হ'ব লাগিব আৰু হ'লো তাকেই। চাহ খাবলৈ আহোঁতে উৰ্ম্মিলাই সৰু ককায়েক পিনাকক কথাটো কৈ দিলে। আৰতিয়ে ঘৰৰ সকলোতকৈ ভয় কৰে এই সৰু দেওৰেকটোক। কিবা এটা কথা পালেই সি তাইক গোটেই দিনটোলৈ ব্যতিব্যস্ত কৰি তোলে। অকল ঘৰৰ ভিতৰতে কৈ সিটো ক্ষান্ত নেথাকে ওচৰ চুবুৰীয়াৰ ওচৰতো সি নবৌৱেকক ওলাব নোৱাৰা কৰে। তাৰ লাজকুৰীয়া নবৌজনীক লৈ স্ফূৰ্ত্তি কৰাটো তাৰ এটা 'হবি'য়েই। কলেজৰ পৰা আহি বহীটো দলিয়াই থৈয়েই সি নবৌৱেকৰ ওচৰ পাইগৈ আৰু চাহখোৱালৈকে কত আজে বাজে কথা। জোনাক ৰাতিবোৰ শেৱালী জোপাৰ তলত চকী কেইখন উলিয়াই সি, নবৌৱেক আৰু উৰ্ম্মিলাই কত ৰাতিলৈকে যে কথা পাতি কটাই দিয়ে। কতদিন মাক-বাপেকৰ পৰা গালি শুনিছে। আনকি পৰীক্ষাৰ ওচৰতো সি এঘণ্টা ভাত খাই উঠি নবৌৱেকৰ ওচৰত নকটোৱাকৈ নোৱাৰে। সমবয়সীয়া

নবৌজনীক নিজৰ ভনীয়েক উৰ্ম্মিলাৰ নিচিনাকৈয়ে সি ভাল পায়। এদিন কিবা এটা কাৰণত তাৰে আবতিয়ে তৰ্কা-তৰ্কি লাগি দুয়ো দুয়োকো নমতাকৈ আছিল। সেইদিনা দুপৰীয়া সি ভাত নোখোৱাকৈ যে কলেজলৈ গ'লগৈ আৱতিয়েও গা বেয়াৰ অজুহাত দেখুৱাই ভাত নেখালে। আবেলি সি কলেজৰ পৰা আহি তাৰ কোঠাত সোমাই আন দিনাৰ দৰে পাক ঘৰত চাহৰ কাৰণে নবৌৰেকক জুলুম নকৰি টেবুল খনতে কিবা এটা কৰি বহি আছে। আবতিয়ে সি কলেজৰ পৰা অহা চাই আছিল। তাই লৰালৰিকৈ চাহ কৰি আনি দেখে যে সি তলমূৰ কৈ বহি আছে। আচলতে সি নবৌৰেকক অহা দেখি বেছি গহীন হৈ দেখুৱায়। আৱতি অলপ সময় তাৰ ওচৰত থিয় হৈ থাকি চাহখিনি তাৰ টেবুলৰ ওপৰত থয়। তাই ইচ্ছা কৰিয়েই অলপ শব্দ কৰি কাপ-প্লেট জোৰ তাৰ ওচৰলৈ আগবঢ়াই দিয়ে। কিন্তু তথাপি পিনাকৰ দৃষ্টি তাই আকৰ্ষণ কৰিব নোৱাৰে। সি জোৰ কৰি কাগজ এখনত কিবা এটা লিখি থাকে। অগত্যা উপায় নেপাই তাই কাপ-প্লেট জোৰ সি লিখি থকা কাগজখনৰ ওপৰলৈ ঠেলি দিয়ে। সি কিবা এটা কওঁ বুলি মুখ মেলোঁতেই হাতত লৈ থকা নাৰিকলৰ লাৰু এটা তাই তাৰ মুখত সুমুৱাই দি হাঁহি দিয়ে। দুয়োৰে আকৌ সন্ধি হৈ যায়। শাহুৰেকে দুপৰীয়া ভাত নোখোৱা কথাটো লক্ষ্য কৰি মনে মনে হাঁহে। এটাই নেখালে যে ইটোৰো গা বেয়া হয় সেইটো এই ঘৰৰ নিয়মেই হৈ পৰিছে—ব্যতিক্ৰম নহয়।



পিনাকে কথাটো গম পায়েই তাই ভবা দৰেই হুলস্থূল কৰি দিলে। শহুৰেক শাহুৰেকৰ আগত তাইৰ মাটিত মিলি যাবৰ মন গ'ল—কিযে আচৰিত এই লৰাটো। পিনাকৰ লগতে উৰ্ম্মিলায়ো তাল মিলালে। শহুৰেকে কথাটো শুনি মাত্ৰ হাঁহিলে।

ঘৰখনৰ চুকে-কোণে এটা নতুন আমেজ লাগি যায়। আৱতিয়ে তাইৰ কোঠাটো যিমান পাৰে পৰিপাটিকৈ অতাঁই পেলায়। নৃপেনৰ ডাঙৰ ফ'টো খন নমাই আনি চাদৰৰ আচলটোৰে তাই ভালকৈ মূচি দিয়ে। সদায় চাই থকা ফ'টোখন কেতিয়া যে ইমানকৈ ভেকুৰিলে তাই আচৰিত হৈ যায়। বহুত যত্ন কৰিও চাদৰৰ আগটোৰে ভিতৰৰ কলা চামনিটো তাই নাইকিয়া কৰি দিব নোৱাৰে। তাইৰ বেয়া লাগে ; নৃপেনে দেখি কিযে ভাবিব—ভাবিব তাইৰ অৱহেলাৰ কথাকেই কিজানি ;—কিন্তু নৃপেনৰ এই নিমাতী সাক্ষীখনকেই বুকুত সাৱটি সুদীৰ্ঘ এটা বছৰ তাই আগ্ৰহেৰে শেষ কৰি দিছে। কেতিয়াবা মনটো কেনেবা কৰিলে এই ফ'টোখনৰ কাষতে তাইৰ অভিমান সোপা ঢালি দি শান্ত হৈ শুই পৰে। হাঁহি থকা নৃপেনৰ ছবিখনে তাইক ব্ৰাউনিঙৰ 'লাষ্ট ডিউচেচ' লৈ মনত পেলাই দিয়ে। শিল্পীৰ তুলিকাই 'লাষ্ট ডিউচে'চৰ হাঁহিটো অমৰ কৰি ৰাখিছিল। তাইৰ নৃপেনকো তাইৰ মৰমবোৰে অমৰ কৰি ৰাখিব তাইৰ বুকুত জনমে জনমে—। ব্ৰাউনিঙৰ 'লাষ্ট ডিউচে'চৰ ছবিখনে সকলোলৈকে চাই হাঁহি থকা কাৰণেই চৰম পৰিণতি মৃত্যু বৰণ কৰিব লগা

হ'ল। কিন্তু নৃপেনে যেন আনলৈ চাই নেহাঁহে। নৃপেনৰ ছবিখনে তাইৰ উৰুখা অন্তৰখনত শান্তি দিবলৈহে হাঁহে, একে ৰাতিৰ ভিতৰতে কেনেকৈ ফ'টোখন ইমান ক'লা পৰি গ'ল—। হয়তো বহুত দিনৰ আগতেই ছবিখন ক'লা পৰিল, তাইৰ চকুতহে পৰা নাছিল। তাইৰ মৰম ভৰা বুকুখনৰ মৰমবোৰ জনাবৰ পৰত কাচখনৰ বুকুত সোমাই থকা নৃপেনৰ মুখখন জিলিকি উঠাহে তাই ইমান দিনে মন কৰি আহিছে—ক'লা পৰাটো তাই দেখা নাছিল—। ফ'টোখন আগৰ ঠাইত আঁৰি নথৈ, তাই লাজ কাতি কৰি থৈ পিনাকক মাতি আনে ফ'টোখন চাফা কৰি দিবলৈ—। পিনাকে ফ'টোখন খুলি লাহে লাহে ক'লা দাগবোৰ মোহাৰি পেলায়—।

আৰু এটা ৰাতি।

কাইলৈ নৃপেন পাবহি। আসন্ন মিলনৰ ক্ষণটোৰ কাৰণে তাইৰ অন্তৰখন ব্যাকুল হৈ উঠে। বহুত দিনৰ মূৰত আকৌ তাক দেখিব—। তাইলৈ বাৰু কি আনিব? নিশ্চয় কিবা এটা খুউব ভাল বস্তু আনিব। হঠাৎ তাইৰ মনটো সি যাৱলৈ ওলোৱা দিনটোৰ মাজলৈ গুছি যায়। তাইৰ মনত পৰে সেইদিনা তাই তাক মনৰ জোখাৰে সজাই দিছিল। "ক্রিমকালাৰ" গেবাৰ-দিনৰ ছুটটো আৰু ৰঙা টাইদাল তাই নিজেই তাক বাচি দিছিল পিন্ধিবৰ কাৰণে—বহুত পৰ তাই হেঁপাহ পলুৱাই চাই লৈছিল তাৰ মুখখন—। যাবৰ পৰত তাৰ বুকুত সোমাই তাই কিমান দেৰি যে কান্দিছিল নিজেই ক'ব নোৱাৰে। তাৰ চকু দুটাও,



তিতি গৈছিল। সি তাইক বিশেষ একো ক'ব পৰা নাছিল। সি মাথোঁ তাইৰ মনটো ভাল লগাবলৈ তাইলৈ কি আনিব লাগিব সুধিছিল—। তাই একো নমতা দেখি সি ধেমালিতে কৈছিল যে তাইলৈ এটা ধুনীয়া পুতলা আনিব। তাই হাঁহিছিল। তাৰ বুকুত সোমাই থাকোঁতে কেনেবাকৈ তাইৰ কপালৰ ফোঁটটোৰ সেন্দুৰখিনি তাৰ বগা চাৰ্টটোৰ ওপৰত লাগি গলত সি হাঁহি হাঁহি কৈছিল, "আৰা! এই সেন্দুৰ খিনিয়েই তোমাৰ স্মৃতি। মই এই চাৰ্টটো ধুবলৈ নিদিওঁ।" বিছনাখনত শুই শুই কথাবোৰ ভাবি থাকোঁতে তাইৰ বহুত ৰাতিলৈকে টোপনি নাহে—। তাই কাইলৈ বাৰু কোন জোৰ কাপোৰ পিন্ধিব? নৃপেনে ভালপোৱা কমলা ৰঙৰ কাপোৰ জোৰকে তাই পিন্ধিব। সি ভাল দেখা দৰে চুলিখিনি তাই ঢিলাকৈ বান্ধিব। প্ৰথমতে তাই কি সুধিব—তাইলৈ যদি একো নানে তেতিয়া অভিমান কৰিব আৰু সি।.... কথাবোৰ ভাবি ভাবি তাইৰ টোপনি যায়।

পুৱা আনকালতকৈ সেইদিনা তাই সোনকালে উঠে। তাই আচৰিত হয় যে শাহুৱেক তাইতকৈও আগতে উঠিছে। ৰাতি-পুৱাৰ পৰা ঘৰখন বেচ ব্যস্ত হৈ পৰে—। শহুৰেকে ঘৰত থকা মানুহটোক ইফালে-সিফালে ইটো-সিটো দিহা পৰামৰ্শ দি কৰিছে। শাহুৱেকে পিনাকক বজাৰৰ পৰা কিবাকিবি আনিবলৈ কৈছে। উৰ্ম্মিলাই বাহিৰৰ পৰ্দ্দা, টেবুলক্লথ আদি বদলাইছে—মুঠতে এটা ব্যস্ততা। চাৰি বজাত নৃপেন পাবহি। বাপেক 'এয়াৰ' অফিচলৈকে আগবাঢ়ি গৈছে। আৰতিয়ে তাইৰ কোঠাত

সোমাই কমলাৰওৱ সাজজোৰ পিন্ধি 'লাইফচাইজ' মিৰৰখনত এবাৰ তাইৰ অবয়বটো চাই লয়—। হঠাৎ তাইৰ কপাললৈ চকুপৰাত তাই আচৰিত হৈ যায়—তাইৰ কপালখন সুদা, ৰাতি-পুৱা লোৱা ফোটটোৰ কেৱল এটা ক্ষীণ চাপহে কপালখনত আছে। ফোঁটটো কৰ নোৱাৰাকৈ কেনেবাকৈ মোহাৰ খাই গৈছে। তাই লৰা লৰিকৈ খুৰিটো উলিয়াই কপালখনত ফোঁট এটা আঁকি লব খোজে। ফোঁটটো লওঁতে তাইৰ হাতখন অসম্ভৱ ৰূপে কঁপি উঠে....।

শহুৰেক 'এয়াৰ অফিচ'ৰ পৰা ঘুৰি আহি জনাইছে যে নৃপেনে আগতে লিখামতে আজিৰ প্লেনত নাহিল, নিশ্চয় কিবা অসুবিধা হব পায়। মুখৰিত ঘৰখন খন্তেকৰ কাৰণে শাঁত পৰি যায়—। ওচৰ চুবুৰীয়া যিবিলাক আহি গোট খাইছিলহি সকলো দিহাদিহি যায়—। নৃপেনৰ বাপেকো ওলাই যায় ফুৰিবলৈ বুলি—। চাকৰটোৱে কোঠাই কোঠাই লেম্পবোৰ জ্বলাই দিয়ে—। আৰতি আৰু উৰ্ম্মিলা পাক ঘৰলৈ সোমাই যায়। শহুৰেক ফুৰি আহি পৰ্টিকতে বহি খবৰকাগজৱালাটোলৈ অপেক্ষা কৰি থাকে। এনেতে দেখে যে পিনাক খবৰকাগজখন লৈ সোমাই আহিছে—। তাৰ চেহেৰাতো দেখি বাপেক আচৰিত হয় "কি হল, পিনাক তোৰ কি হৈছে ?" পিনাকে একো নকৈ খবৰকাগজখনৰ এডোখৰলৈ বাপেকক আঙুলিয়াই দি মাটিতে বহি পৰে। বাপেকে পঢ়ি চায়---লণ্ডনত ভাৰতীয় ছাত্ৰৰ নিহত---কোনোৱা আততায়ীয়ে নৃপেন বৰুৱা নামে ভাৰতীয় ছাত্ৰ এজনক....." বাপেকে আৰু পঢ়িব নোৱাৰে—চিঞৰ মাৰি চকিখনৰ পৰা মাটিলৈ সৰি পৰে। ভিতৰৰপৰা আৰতি আৰু উৰ্ম্মিলা ওলাই আহে লগতে শাহুৱেক---। খন্তেকতে ঘৰখন ওচৰ চুবুৰীয়াৰে ভৰি পৰে—নগৰখন ভাগি ভুহৰি আহে—। আৰতিৰ কি হ'ল তাই কব নোৱাৰে....শেহ ৰাতি যেতিয়া তাই হুচ পালে তেতিয়া দুৱাৰৰ বাহিৰত তাইক কোনোবাই মতা শুনে—

"আৰা!, আৰা!, মই আহিছো আৰা।"....

—০—